# মোৰ এই দোৰণ-মালতী

(ক্ষুদ্ৰ উপন্যাসৰ সংকলন)

ভূপেন শৰ্মা

চন্দ্ৰ প্ৰকাশ

পাণবজাৰ, গুৱাহাটী- ১

স্বৰ-ব্যঞ্জন অনুকৃতি

বিষ্ণুনগৰ ঃ পাঞ্জাবাৰী

গুৱাহাটী - ৭৮১০৩৭

"**MOR EI DORON-MALATI**" : a collection of novellets in Assamese, written by Dr. Bhupen Sarma and published by Chandra Prakash, Panbazar, Guwahati- 1 and Swar-Byenjan Anukriti, Bishnu Nagar, Guwahati-37

---

- **মোৰ এই দোৰণ-মালতী**
  (ক্ষুদ্ৰ উপন্যাসৰ সংকলন)

- **লেখক ঃ ভূপেন শৰ্মা**

- **দাম ঃ ১৫০.০০ টকা**

- **বেটুপাত ঃ** শ্ৰীবেণু মিশ্ৰ

- **প্ৰকাশক** ঃ **চন্দ্ৰ প্ৰকাশ**, পাণবজাৰ, গুৱাহাটী - ৭৮১০০১
  আৰু
  **স্বৰ ব্যঞ্জন অনুকৃতি**, পাঞ্জাবাৰী,
  বিষ্ণুনগৰ, গুৱাহাটী - ৭৮১০৩৭

- **অক্ষৰ-বিন্যাস, ডিটিপি** ঃ সমৰ আৰু মঞ্জু
  এছ-এম-জে এণ্টাৰপ্ৰাইজ,
  জয়ানগৰ, গুৱাহাটী - ২২

- **গ্ৰন্থ-বিন্যাস, ডিটিপি** ঃ সমৰজিৎ সিংহ

- **কৃতজ্ঞতা** ঃ ৰাজেন শৰ্মা, বেণু মিশ্ৰ,
  সমৰ-মঞ্জুলৈ।

সন্নিবিষ্ট উপন্যাস

# পেখম

(পটভূমি ঃ ষাঠিৰ দশকৰ কামৰূপ)

জীৱন সংজ্ঞাহীন অনিশ্চিতিৰ অনিকেত পূৰ্ণকুম্ভ বুলি আত্মাৰ বোধিজ্ঞানান্বেষণত সমৰ্পিতচিত্ত, নিবেদিতপ্ৰাণ কোনোবা সাধকে নিৰুদ্বেগচিত্তে কৈছিল। হয়তো বৈদিক পৰম্পৰাৰ অনুষঙ্গ এনে উক্তিৰ পটভূমি। আজিও এনে ধাৰণা ন-অনৃত। জীৱনক দাৰ্শনিকভাৱে ব্যাখ্যা কৰাৰ সজীৱ প্ৰচেষ্টা আজিও বিদ্যমান। বস্তুগত বিশ্লেষণেই জীৱনৰ জন্ম-স্থিতি-বিলয় অনুন সামৰিব পৰা নাই; বহু ব্যাখ্যাৰ পিচত এটা নিৰ্দিষ্ট বিন্দুত বিজ্ঞানো নিমাত মৌন, কোনো এক তৰ্কাতীত পৰম ৰহস্যময়তাৰ ধূম্ৰজঁটাত বন্দী হৈ যেন দিশহাৰা। এই জীৱন, এই মহাপৃথিৱী, নীলিমাৰ নিৰঞ্জনা অন্তৰীক্ষ, দৃষ্টিৰ সুপ্ৰভ যান্ত্ৰিক ক্ষমতা চূৰ্ণ কৰা দূৰবাসিনী গ্ৰহাণুপুঞ্জত অন্তৰ্লীন দুৰ্ভেদ্য সাঁথৰ কেৱল কি অজ্ঞেয় ঈশ্বৰৰ ইচ্ছাৰন্দী অভিলষিত প্ৰপঞ্চ? জীবন কি বৈচিত্ৰ্যময় মাথো এই কাৰণেই? কাৰ্ল ছেগানে কৈছিল... few of us spend much time wondering why nature is the way it is; where the Cosmos came from, or whether it was always here; if time will one day flow backward and effects precede causes; or whether there are ultimate limits to what humans can know...

॥ এক ॥

জ্যোতিৰ্ময় জোনাকীৰ প্ৰীতিপদ উৰণ আৰু অপাৰ্থিৱ জিলিকণিয়েও সঞ্চাৰ কৰা নাই সামান্যও পুলক। এই সময়ত মোৰ সত্তা লোকান্তৰিত নৰদেহৰ সমানেই অপাংক্তেয়। তাত বোধৰ প্ৰৱেশ অবিশ্বাস্য।

এটা অতীতে মুখ মেলি ডেডাউৰি পাৰিছে।

এসময়ত বৰ্ণময় জোনাকী খেদি ফুৰিছিলো। আজিও যি আকাশ সদা জাগ্ৰত, যাৰ কোনো সংজ্ঞা নাই শূন্যৰ বাহিৰে, যাৰ সুনীল ৰং কেৱল আলোকৰ প্ৰতিফলন-প্ৰতিসৰণৰ চমৎকাৰ যাদুখেল মাত্ৰ, যাক হেঁপাহেৰে ভাল পাইছিলো অনিন্দ্য যৌৱনা প্ৰেয়সীৰ দৰে, সি যেন সানি দিব পৰা নাই বাউলী মোহাঞ্জন। অপপ্ৰবাহী সময়-সিন্ধুত মই যেন একক দিক্‌ভ্ৰান্ত জলযান।

কিন্তু কিয় ভাবিছো এনেদৰে? তুচ্ছতাৰ উধৰ্বলৈ প্ৰসাৰিত হ'ব নোৱৰাৰ গ্লানিদায়ক বিফলতাৰ বাবে কাক কেনেকৈ জবাবদিহি দিম?

চোতালত বহু মানুহ বহি আছে। বেছিভাগেই ওচৰ-চুবুৰীয়া। অতুলৰ মৃতদেহ অনাৰ দিনাখনো দাহ কৰিবলৈ এনেকৈ মানুহ গোট খাইছিল। হাতে-হাতে আছিল দা-কুঠাৰ-বাঁহ-কাঠ আৰু জোঁৰ। সিদিনাখন মানুহে কথাৰ নদী বোঁৱাই দিছিল। জ্ঞানীৰ দৰে, বুদ্ধৰ দৰে কথা। জীৱনৰ অনিত্যতা আৰু ভগৱানৰ লীলা-খেলাৰ কথা.. অথিৰ ধন জন জীৱন-যৌৱন—। সকলো জানিও দেখোন আমি পিচ দিনাই বন্ধুৰ বুকুত পাচফালৰপৰা ছুৰী বহুৱাই দিওঁ, নাবালিকাক ধৰ্ষণ কৰো, মাৰণাস্ত্ৰ দেখুৱাই অৰ্থ আহৰণ কৰাৰ লগতে মনুষ্যত্বকো অবাটে লুণ্ঠিত হ'বলৈ এৰি দিও দৰ্শন-শাস্ত্ৰৰ পৃষ্ঠা জপাই আৰু উচ্চস্বৰে চিৎকাৰ কৰো— দুৰ্ঘোৰ ভয়াবহ কলিকাল, হায় হায় কি দিন- কাল পৰিল, মানুহ আৰু মানুহ হৈ থকা নাই, মানুহে মানুহৰ হাড়-মূৰ-মাংস চোবাবলৈ ধৰিছে, ভবিষ্যৎ সঁচাকৈয়ে অনিশ্চিত, বিপদসংকুল, অঘটন ঘটিবই, ঘটিবই, নিস্তাৰ নাই... তাৰ পিচত অৱলীলাক্ৰমে অতি স্বাভাৱিকভাৱে আকৌ আহাৰ-নিদ্ৰা-মৈথুন, আকৌ আগৰ দিনৰ দৰে পিচৰ দিনৰ জীৱন...

আহিনৰ শেষ; ধুঁৱলী জোনাকত চোতালত থকা মানুহবোৰক প্ৰস্তৰীভূত নৰকংকাল যেন দেখাইছে। বৰঘৰত জ্বলি থকা চাকিৰ হালধীয়া পোহৰৰ এসোঁতা খোলা দুৱাৰেদি ওলাই চোতালৰ পূব ফাল গৰকিছে। কান্দি কান্দি আৰু কান্দিবলৈ শক্তি আৰু ইচ্ছা নথকা মানুহ কেইজনমান মজিয়াত পৰি আছে নিমাতে। হয়তো পৰহি বা কালি বৰষুণ দিছিল। চোতালখন জেকা।

শিয়ালৰ হোৱা শুনা গ'ল।

মদো মহৰীয়ে স্বগতোক্তি কৰিলে, 'ৰাতি ভালেমানেই হ'ল নেকি?'

জিতেনে মহৰীক চকু পাৰি দেখিব নোৱাৰে, পাৰিলে তেওঁৰ সকলো কথাতে প্ৰতিবাদ কৰে, আজিও সুযোগৰ সদ্ব্যৱহাৰ কৰিলে, 'শিয়ালে হোৱা দিলে বেছি ৰাতি হয় নেকি?'

জিতেনে ভেঞ্চাৰ এম-ই স্কুলত শিক্ষকৰ চাকৰিত সোমাইছে। দৰ্মহা নাপায়, এনেয়ে খাটি আছে। এটাই সপোনঃ স্কুলখন চৰকাৰে ল'ব। আঁউসীৰ পিচতেইতো পূৰ্ণিমা। স্বপ্ন ব্যৰ্থ হ'ব নোৱাৰিব।

হাজাৰ হাজাৰ শব্দ লিখা, মাটি নামজাৰী নহ'লে মহৎ অন্যায় হোৱা বুলি যাচিকাত সাহিত্য কৰা মদো মহৰীৰ শিৰ নত কৰা, বলিৰেখা কুঞ্চিত কৰাৰ কু-অভ্যাস নাই গুণে পূৰ্ণাঙ্গ প্ৰত্যুত্তৰ বৰ্ষিত হ'ল, 'ভেঞ্চাৰ স্কুলত মাখিমাৰি তই এইবোৰৰ কি সোপাটো বুজিবি? হালোৱা বাপেৰক সুধি চাবি, অৱশ্যে মাৰেও শিয়ালৰ হোৱা বুজে।' আজি বেদনাদগ্ধ গধুৰ পৰিৱেশ নোহোৱাহেঁতেন এই একাগ্নী

প্ৰয়োগ কৰিব পৰাৰ সন্তুষ্টিত মহৰীয়ে খেঁক শিয়ালৰ দৰে হাঁহিযুক্ত শব্দ সৃষ্টি কৰাৰ সম্ভাৱনা আছিল।

অপমানিত জিতেনক শান্ত কৰিবৰ বাবে বয়োজ্যেষ্ঠ পুৰোহিত দামোদৰ দেৱশৰ্মাৰ হস্তক্ষেপৰ প্ৰয়োজন হ'ল, 'তহঁতৰ কাণ্ড-জ্ঞান বুলি বস্তুফেৰাৰো অভাৱ হ'লনে? য'তে-ত'তে কেৱল বোকা ছটিওৱা কাৰবাৰ! এইখন ঘৰৰ অত বিপদ। গাঁওৰ আটাইতকৈ প্ৰিয় মানুহজন সন্ধানহীন। ক'ত দুই চাৰিটা ভাল কথা কবি, ভাল পৰামৰ্শ দিবি, লাগিলি চুলিয়াচুলিত!'

কথাখিনিয়ে ছিদেটিভৰ দৰে কাম দিলে। মহৰী আৰু জিতেন নিৰস্ত্ৰ হ'ল।

পদ্মই ক'লে, 'ঢাৰিখন ভিজিছে। বাৰাণ্ডাত উঠাই ভাল হ'ব।' ঢাৰিখনত বংকু, গদা আৰু হিৰণ্য বহি আছিল। পদ্মই কোৱাৰ লগে লগে আটাইকেইটাই থিয় দিলে।

জোনটো মেঘে ঢাকিলে। চোতালখন এটা প্ৰচ্ছায়াৰ মাজলৈ সোমাই গ'ল। মই কিছু দূৰত বহি আছিলো। পৰিৱেশৰ আপাত পৰিৱৰ্ত্তনত বুকুখন যেন বিজুলীয়াই গ'ল। আৰু বহি থকাৰ ইচ্ছা নাছিল। কিন্তু চোতালত বহি থকা কোনো মানুহ নুঠা দেখি উঠিবও পৰা নাছিলো। অপৰাধ হ'ব যেন লাগিছিল।

পুৰোহিতেই সুধিলে, 'কি কৰিম বুলি ভাবিছা?'

প্ৰশ্নটো মোকেই কৰিছিল। মুহূৰ্ত্ততে মোৰ চিন্তাৰ ইথাৰত এটা কম্পন হ'ল। তাৰ আগেয়ে ই আছিল নিশ্চল, স্থাণু। অতুল আৰু ক্ষেমনাৰ কথা ভাবি আছিলো। এটা নিৰ্দিষ্ট বৃত্তৰ বাহিৰৰ এখন জগত।

ক'লো, 'কাইলৈ বিচাৰি যাম।'

'অশোকবাৰীলৈ?'

'ভাবিছো।'

'অশোকবাৰীলৈ দুবাৰেই গৈছিলো। এবাৰ সৰু থাকোতে পিতাৰ লগত, এবাৰ যৌৱন কালত। বৰ ভোগালী ঠাই আছিল। যজমানবোৰ বৰ সাধু, শ্ৰদ্ধাৰ ভাবো আছিল বেছি। আয় বেছি নাছিল, কিন্তু আনন্দ আছি পেৰাত নধৰা। আমাৰ পিতাৰ বিলাত যোৱাৰ পিচতহে পৰাশৰ দাদাৰ দেউতাক তালৈ যায়। অশোকবাৰীৰ টোলত তেতিয়া ভালেমান ছাত্ৰ আছিল। বেনাৰছৰ অধ্যাপক দুৰ্গাশঙ্কৰ পাওে আছিল টোলৰ শিৰোমণি। পৰাশৰ দাদা টোল আৰু যজমানৰ মোহতেই থাকি গ'ল। আজি সেই কাৰণে এই দশা। জ্ঞানৰ সাধনাই শেষ কথা নহয়, সংসাৰ-ধৰ্মৰ প্ৰতি আওকণীয়া হ'লে আজিৰ দিনত জ্ঞানেও দুৰ্দশা ৰহিত কৰিব নোৱাৰে। ক্ষেমনাৰ কিবা খবৰ পোৱা? বিৰাজৰ?'

'নাপাওঁ', কিছু ৰূঢ় ভাৱে উত্তৰ দিলো।

সকলো কথা ক'ব নোৱাৰি, আনকি পৰম সত্য হ'লেও। ক্ষেমনাৰ কথা ক'লে আৰু একুৰা জুই জুলিব। বিৰাজৰ জীৱন-পথ মোৰ অপিৰিচিত। মই মোৰ নিজৰ পথ কোন স্থানাংকত আছে তাকে ভালকৈ বুজি পোৱাৰ গৌৰৱ কৰিব নোৱাৰো।

মহদা মণ্ডলৰ মাক থেৰথেৰী বুঢ়ীও চোতালত বহি আছিল। ৰাতি তেওঁ ভালকৈ নমনে। কাষত আছে নাতি-ল'ৰা। ক'লে, 'যাওঁ ব'ল। মোক ধৰ। আমাৰ বা কি দশা কপালত লিখা আছে? পৰাশৰৰ দৰে জ্ঞানী মানুহৰে এই অৱস্থা!' তেওঁৰ মাত থোকাথুকি।

পদ্মই বুঢ়ীৰ ইচ্ছাক স্বাগতম জনাই ক'লে, 'আবু ওলাল যেতিয়া আমাৰো উঠা ভাল। সকলো ভগৱানৰ ইচ্ছা। নৰ-মনিচৰ কি সাধ্য! ভাগ্যত থাকিলে বিচাৰি পাবা, নাথাকিলে নাই। আহো। তুমি তেতিয়া হ'লে কাইলৈ যাবা?'

প্ৰশ্ন যিহেতু মোকেই কৰা হৈছে, উত্তৰ দিলো, 'চাও, ৰাতিটো পুৱাওক।'

'দাদী বৰ ভাল মানুহ আছিল, বৰ গুণী মানুহ আছিল। আমিও হাক দিছিলো— বোলো নাযাবা, তোমাৰ বয়স যথেষ্ট হৈছে, চকুৰেও ভালকৈ দেখা নোপোৱা, শৰীৰ দুৰ্বল, তাতে নিজে ৰন্ধা-বঢ়া কৰি খোৱা কথা, তুমি নোৱাৰিবা। আমাৰ কথা নুশুনিলে। অহা ব'হাগলৈ থাকি হেনো ঘূৰি আহিব। চোৱা, কি দশা হ'ল? কি দৰ্কাৰ অকলে তীৰ্থলৈ যোৱাৰ? লগত কোনোবা এজনক লৈ যাব লাগিছিল। চৰণেহে জানে মৰণৰ ঠাই। তথাপি তুমি এবাৰ শেষ চেষ্টা কৰি চোৱা। আহো।'

মণি ভট্টও উঠিল।

বলদেৱ দাসেও ক'লে, 'সেই আবেলিৰপৰা বহিলো। এই কথাবোৰৰ কোনো অন্ত নাই। জীৱনত অভাৱনীয় বিচিত্ৰ ঘটনাবোৰেই ঘটে। বাধা দিবলৈকো আমাৰ প্ৰস্তুতি নাথাকে। মই মোৰ ছাত্ৰ-ছাত্ৰীকো ৰেফাৰেন্স দিবলৈ মাজে মাজে এনে কথা কওঁ। তুমিয়েই চোৱাচোন— আমাৰ জীৱনলৈকেই কেনেকুৱা পৰিৱৰ্ত্তন আহিল। অথচ সৰুৰেপৰা আমি একেলগে উঠি-বহি ডাঙৰ-দীঘল হৈছো। এতিয়া যেন কোনেও কাকো নিচিনো। অতুলে যে এনেকুৱা কাম কৰিব পাৰে, সেই হাড়ে-ছালে লগা নিশকতীয়া ল'ৰাটোক দেখিলে কোনে ধাৰণা কৰিব পাৰিছিল? ক্ষেমনা যে এনেকৈ নাইকিয়া হ'ব কোনে ভাবিছিল? তীৰ্থলৈ কত মানুহ যায়, পৰাশৰ জেঠাহে সন্ধানহীন হ'ব লাগেনে? যি নহওক, তুমি এবাৰ বিচাৰি যোৱাটো উচিত হ'ব। চয়-নিচয় কিবা এটা জানিব নোৱাৰিলে এই পৰিয়ালটোৱে অতি উদ্বেগ আৰু

অনিশ্চয়তাত দিন কটাব লাগিব। তাতকৈ মৃত্যুৰ এটা খাটাং খবৰেই বেছি কাম্য। দিন-কাল দিনে দিনে অতি ভয়াবহ হ'ব লাগিছে। ভাবিব পাৰিছিলানে আমাৰ গাঁওৰ পেমদা পোহাৰীৰ পুতেক যতীন নেতা হ'ব, বা এদিন মন্ত্ৰী হ'ব। অথচ সি মন্ত্ৰী হৈছে দেখুৱালে। তাৰ বুকুত গোৰ মাৰিলেও ইংৰাজীৰ 'এ' তো বাদেই, অসমীয়াৰ অ-টোও ভালকৈ ওলাব নে নাই সন্দেহ আছে। এতিয়া মন্ত্ৰিত্ব গ'লেও সি ফিনফিনীয়া গাড়ীত ঘূৰি ফুৰে, মস্ত ডাঙৰ বিল্ডিং বান্ধিলে।'

কথাবোৰে মোক স্পৰ্শ নকৰিলে। শিক্ষকে শ্ৰেণীত বক্তৃতা দিয়াৰ দৰে লাগিল। মই যেন এজন নিৰ্বোধ ছাত্ৰ, হৃদয়ংগম নহ'ল। কিন্তু এনেকুৱা শোকাকুল পৰিৱেশত ভাগ্য, ঈশ্বৰ, দৰ্শন আদিৰ দোহাই দি এনে অজস্ৰ কথা কোৱা হয়। বহু কথা নক'লেও হয়, অতি অদৰ্কাৰী। প্ৰবোধ আৰু সান্ত্বনা দিবৰ কাৰণে বহুতেই কপট অভিব্যক্তিৰ আশ্ৰয় লয়। মানুহক দেখুওৱা কাৰবাৰ, আনুষ্ঠানিকতা, তাত হৃদয়ৰ সংযোগ নাই, লৌকিক প্ৰদৰ্শন মাত্ৰ। মানুহ নিজেই নিজৰ প্ৰাবোধিক সত্তা। আৰু আছে সময়ৰ প্ৰভাৱ। সময়ে শোকৰ স্তুপীকৃত জঞ্জালৰ ওপৰেদি গধুৰ বুলড'জাৰ চলাই দিয়ে। এই সময়ৰ আকৌ সৰ্বশেষ ব্যাখ্যা নাই।

চাঁকি জ্বলি আছে হালধীয়া পোহৰৰ উৎসৰূপে। চোতালত এজন মানুহ, মোৰ বাহিৰে। তেওঁ দামোদৰ পুৰোহিত। ভগ্ন স্বাস্থ্যৰে অশীতিপৰ। তেৰোঁ কি মৃত্যুৰ শিঞ্জিত বিকুল-ধ্বনি শুনিছে? তেৰোঁ ভূত আৰু ভৱিষ্যতৰ জনহীন প্ৰান্তৰত আত্মাৰ নিৰ্বেদ পাগুলি একাকী বিচৰণ কৰিছে নেকি পৰম মৌনেৰে? পৰাশৰৰ এনে অপ্ৰত্যাশিত জীৱদ্দশা দেখি অজান ভীতিয়ে তেওঁৰ চেতনাকো শংকাৰ বিহ্বলতাৰে আড়ষ্ট কৰিছে নেকি?

মই কোনো নহও এওঁলোকৰ, অন্ততঃ ৰক্ত-মাংসৰ মাপনীৰেতো নহয়েই, মৃতকৰ বংশোদ্ভৱ উত্তৰাধিকাৰো মোৰ নাছিল। অনাথ শিশু এটাক স্নেহৰ আলফুল স্পৰ্শেৰে কেৱল আঁকোৱালি লোৱাতে ক্ষান্ত নাথাকি তাক মনুষ্যত্বৰ পোহৰ দিবলৈ ত্যাগ স্বীকাৰ কৰিছিল পৰাশৰ নামৰ মানুহ এজনে তেওঁৰ দাৰিদ্ৰ্য-দীৰ্ণ দুৰ্বিষহ সীমাবদ্ধতাৰ মাজতো, তেওঁ ঢাকি দিছিল শিশুৰ লজ্জা, পেটক দিছিল ন্যূনতম হ'লেও আহাৰ আৰু শিকাইছিল জীৱনৰ পাঠশালাত আদ্যাক্ষৰ। মোৰ সত্তাত পৰাশৰ নামৰ মানুহজনৰ জ্যোতিৰ্ময় চেতনাৰ ৰেঙনি। শিলত উৎকীৰ্ণ গভীৰ ৰেখাৰ দীৰ্ঘ আয়ুসৰ দৰেই এই ৰেঙণিৰ অভিনৱ উজ্জ্বলতা। কিন্তু কেৱল কৃতজ্ঞতাৰ আপাত তাগিদাত মই ইয়ালৈ অহা নাই। মই সন্মুখীন হ'বলৈ আহিছো মহাকালৰ অগ্নিপৰীক্ষাৰ আৰু মই নিতান্ত নিৰ্মোহ। এতেকে কৰ্ত্তব্য কৰা দেখুৱাই কাৰোপৰা উচ্ছ্বসিত প্ৰশংসাৰ স্তোকবাক্যামৃত পান কৰি গদগদ হ'বও খোজা নাই। মই

পৰাশৰৰ অন্তৰ্ধানৰ কুজ্জ্বটিকা ভেদি ব্যৱচ্ছেদ কৰিব খোজা অপপ্ৰৱাহী সময়ৰ শৱদেহ।

দামোদৰ জেঠাই ক'লে, 'ৰাতি ইহঁতৰ লগত থাকিবলৈ পৰিবাৰকে পঠিয়াম। তোমাৰ কাৰণেও ৰন্ধা-বঢ়া কৰিবলৈ কৈছো। ৰাতি আমাৰ তাতেই থাকিব পাৰিবা, বিছনাও আছে।'

'মই ইয়াতে থাকিম। খোৱাৰ ইচ্ছা নাই। এওঁলোকক এৰি যাবলৈ মন যোৱা নাই। পাৰিলে খুৰী, নিৰু আৰু বিলীনাক বিছনাত নি শুৱাব লাগিব। মজিয়াতে পৰি আছে।'

'আমাৰ দীপককো পঠাম। যোৱা দুদিনে কান্দি আছে আটাইমখাই। পানী-দুনীও মুখলৈ নিয়া নাই। অতুল মৰোঁতেও এনেকুৱা হোৱা নাছিল। কাৰো বুজনি নামানে। তুমি অহাৰ পিচত কান্দোন বেছি হৈছিল।'

'নিয়ৰ পৰিছে অলপ অলপ।'

'ময়ো উঠাহে ভাল হ'ব। গাটোও ভাল নহয়। চৰ্দিৰ ভাব হৈছে। যোৱা তিনিৰাতি একেৰাহে সত্যনাৰায়ণ পূজা আছিল। দেহাৰে নোৱাৰো, অথচ নগ'লেও যজমানে বেয়া পায়। আজিকালিৰ ল'ৰাই যজমানী নকৰে। আমাৰ গাঁওত আৰু এজনো পুৰোহিত নোলাল। মই মৰিলে মানুহে পুৰোহিত বিচাৰি কৈঠালকুছি পাব লাগিব। তাতো দুজন নে তিনিজনহে আছে। সেই কাৰণেই দাদীক মই কৈছিলো— যজমানী কৰিব খুজিলে ইয়াতেই কৰা, কিয় যাব লাগিছে বেংগললৈ? তেওঁক সংগ লাগে, কথা কোৱাৰ লগ লাগে। ধন ঘটিবলৈ তেওঁ বেংগললৈ যোৱা নাছিল।'

আকৌ মেঘে জোন আবৰিলে। পৰিবেশত শোকৰ আকুলতা আছিল নিশ্ছিদ্ৰ। আন্ধাৰে তাক গহন কৰিলে অধিক। পদূলিত শেৱালি ফুলিছিল, সি কোনো মাদকতা বিস্তাৰ নকৰিলে। আমাৰ আত্মাৰপৰা সৌৰভ-আঘ্ৰাণ বৰ্জিত হৈছে।

বাঁহৰ দীঘল আগ বৰঘৰৰ আগেদি হাউলি আহিছে। শোকৰ যেন একোপাট কাঁড়। ফেউৰাই হঠাতে ইমানকৈ চিঞৰিলে যেন ৰণ-ঘোষণাৰ বিকুলহে নিনাদিত হ'ল। ভয়ে যেন মোকো শূন্য কৰি দিলে। চোতালত কেৱল মই। জেঠা উঠি গৈছে। যোৱাৰ সময়ত তেওঁ মোক মাত দি নগ'ল। অতি নীৰৱে তেওঁ প্ৰস্থান কৰিলে। তেওঁৰ বা বাকী সকলোখিনি মানুহৰ আচলতেই যেন কোনো দায়িত্ব নাই, মাত্ৰ চক্ষুলজ্জাৰ খাতিৰত মুখ দেখুউৱা। কা তৱ কান্তা? কোন কাৰ? জীৱনৰ ঘড়ী এনেকৈয়ে চলে। ঈশ্বৰে এই কাৰণেই এইখন পৃথিৱী, প্ৰাণীশ্ৰেষ্ঠ বৰিষ্ঠ মানুহ, ৰহস্য আৰু সৌন্দৰ্যৰ চিৰ অনিন্দিত আঁকৰ এই বিপুল নিসৰ্গ সৃষ্টি কৰিছিল নেকি যে তুমি

সৰ্ব-অপেক্ষা প্ৰথম নিজৰ বাবেহে প্ৰতিভাৰ অনুকূলভাৱে সৃষ্ট, তাৰ পিচতহে তুমি আনৰ আহুতিৰ ঘৃত? ঈশ্বৰক বা আকৌ কোনে কি কাৰণে সৃষ্টি কৰিছিল? বেদ, উপনিষদ, সাংখ্য, তৰ্ক ক'তো ইয়াৰ উত্তৰ নাই। অতি ক্ষুদ্ৰ তুচ্ছ জীৱনত ইয়াৰ উত্তৰ পোৱাই সম্ভৱ নহয়। ময়েইবা এই পৰাশৰ নামৰ মানুহজনৰ কি, তেওঁ মোৰ কি আছিল, তেওঁৰ পুত্ৰ-কন্যা-ভাৰ্যাৰ লগত মোৰ কি এনে আত্মিক সংশ্লেষ? কেৱল নিৰুত্তৰৰ নিৰ্বাক মৌন। কিন্তু কোনো কাৰো নোহোৱাকৈ চলিব পাৰেনে মহাজীৱনৰ তৰী?

খদ্যোতৰ দেদীপ্যমান জ্যোতি যেন জাতকৰ সাধুকথা। অনিল মন্দাক্ৰান্তা বহমান। আকাশ ক্ৰন্দসী। এই অন্ধকাৰ, য'ত কুসুমিত কোৰকৰ পৰাগৰ আকুল বিস্তাৰ নাই, তাৰ ভয়াবহতা বৰ্শাৰ হননৰ দৰে। সমস্ত শৰীৰ ঢৌত কৰি তেজৰ ফোঁৱাৰাহে যেন মহাশূন্যলৈ উৎক্ষিপ্ত। মহাজ্ঞানী অপ্ৰমাদী ভূতভবিষ্যবিদ্যাত ত্ৰিকালদৰ্শী শাস্ত্ৰপ্ৰণেতা ঋষিয়ে কি কৈছিল বেদত? আত্মাৰ সন্দৰ্শন কেনেকৈ লব্ধ হ'ব বুলি কৈছিল? পৰাশৰ যদি সঁচাকৈয়ে লোকান্তৰিত হৈছে, তেওঁৰ আত্মা মোৰ সন্নিধানপ্ৰাপ্ত হ'বনে? এনে অদ্ভুত ধাৰণাইয়ো মাজে মাজে অদৰ্কাৰী প্ৰমেহৰ সৃষ্টি কৰে।

পৰাশৰ আজি ভাল মানুহ হৈ গ'ল। তেওঁৰ উন্নতি ঘটিল মহত্বপ্ৰাপ্তিত। তেওঁৰ বিস্তৰ গুণানুকীৰ্ত্তন কৰা হ'ল। সাধুতা, সৰলতা, দীনদুখীৰ প্ৰতি সমব্যথাৰ কাহিনী বৰ্ণিত হ'ল। গদা, বংকু, বলদেৱ, থেৰথেৰী বুঢ়ী, দামোদৰৰ উচ্ছ্বাস-ৰণিত শব্দমালাই পৰাশৰৰ সভ্যাত ৰঙৰ বেই সাজি দিলে। কালি হয়তো কাৰো বাবে ই একো কথাৰ কথাই নাছিল। সৰোজিনী খুৰী মজিয়াত উবুৰি খাই পৰি আছে- তেওঁ ন ধৰ্তব্যম্। নিৰু আৰু বিলীনা ম্ৰিয়মান। সিহঁতক লৈ কোনো তিমান উদ্বিগ্ন নহয়। শোকে খুন্দামাৰি ধৰিলে এনেকুৱা হয়েই। অতুলৰ চাৰিটা গুলী সৰকা ক্ষতবিক্ষত দেহাটো চিতাত তোলোতেও আজিৰ দৃশ্যাৱলীৰেই অভিনয় চলিছিল। ভাগ্যে মই ক্ষেমনাৰ কথা কোৱা নাই। মানুহৰ ক্ৰুৰ জুগুপ্সা মোৰ বাবে সহ্যাতীত।

এইবাৰ উঠিলো।

খুৰী, নিৰু, বিলীনাক পাৰিলে বিছনাত শুৱাই দিব লাগিব। জেকা মাটিৰ মজিয়াত গোটেই ৰাতি পৰি থাকিলে বিশীৰ্ণ পৰাশৰ-পত্নীৰ চিতাৰ অনল-শিখা চোৱাৰ পৰম দুৰ্ভাগ্য মোৰো হ'ব পাৰে।

আকৌ ফেউৰাই চিঞৰিলে।

জিতেন আৰু মহৰী থকা হ'লে আকৌ কাজিয়া লগাৰ সম্ভাৱনা আছিল। গাঁওত ৰসৰ কাৰবাৰ খুব চলে। ৰসৰ প্ৰজ্জ্বালক শক্তিও আছে। খাণ্ডৱদাহ পৰ্যন্ত হ'ব পাৰে।

খুৰীক চাই থাকিলো। নিশ্চল মৰ্মৰ-মূৰ্ত্তি।

নিৰু, বিলীনাক চালো। পাষাণ প্ৰতিমাৰ অবয়ব।

তাৰ মাজতেই ভাঁহি উঠিল দুটা ছায়া-মূৰ্তিঃঅতুল আৰু ক্ষেমনাৰ।

পৰাশৰৰ আত্মা শূন্যত ওপঙি আছে। প্ৰশান্ত, নিৰুদ্বেগ, নিৰ্মোহ, স্থিতধী, কিন্তু কায়াবিহীন।

উচ্চাৰিত শব্দ মাত্ৰ কেইটামান। মাভৈ। শান্তিং দেহি।

॥ **দুই** ॥

পৰাশৰ আছিল (নে তেওঁৰ নামৰ আগত এতিয়াও চন্দ্ৰবিন্দু লিখিবলগীয়া হোৱা নাই? কাৰণ তেওঁক সন্ধানহীন বুলিহে ভবা হৈছে) এই বিশাল পৃথিৱীৰ এক নিৰ্দিষ্ট সময়-সীমাৰে আগুৰা ক্ষেত্ৰত এক নিৰ্বিশেষ মানুহ, সেই অগণন মানুহৰ এজন যিসকল নজন্মিলেও কাৰো একো ক্ষতি নহ'লহেঁতেন, বৰং কিছু লঘুহে হ'লহেঁতেন পৃথিৱীৰ ভৰ আৰু অপনোদন হ'লহেঁতেন কিছু জঞ্জাল বা সমস্যাৰ; কিন্তু জন্মৰ ওপৰত তেওঁৰ পিতৃ-মাতৃৰহে অধিকাৰ আছিল গুণে আৰু প্ৰতিকূলে-অনুকূলে,[illegible]ময়ে তেওঁক অৰ্দকাৰী বুলি জানিও প্ৰতিপালন কৰা কাৰণে তেওঁ আঠসত্তৰ বছৰ বয়সলৈ মাটিত কাঠফুলাৰ দৰে গজি থাকিল। কাঠফুলাৰ স্থিতিত স্বাভাৱিকতেই কাৰো বিশেষ উদ্বেগৰ কাৰণ নাই যদিহে অজ্ঞাতে-জ্ঞাতে বিষ-ভক্ষণৰ প্ৰয়াস আত্মহননকামীৰ নাথাকে।

নাম আৰু কামৰ সামঞ্জস্য নিবিচৰাই বৰং উচিত। শৈশৱ, কৈশোৰ আৰু যৌৱনত পৰাশৰে নিৰ্ভুলভাৱে এই সামঞ্জস্যহীনতাকে প্ৰমাণ কৰি দেখুৱালে। শিক্ষা গ্ৰহণত অকুণ্ঠিত নিৰ্লিপ্তি, অনুশাসনলৈ কুটিল ভ্ৰূকুটি, অবাধ বিচৰণ, প্ৰহাৰ-প্ৰাপ্তি, সাময়িক অন্তৰ্ধান আৰু অসময়ত আবিৰ্ভাৱ, পূৰ্বৰ পৌনঃপুনিকতা ইত্যাদিৰেই তেওঁৰ এই কালছোৱা সমৃদ্ধ। সকলো প্ৰথাবিৰুদ্ধ কামৰ সংগী চেনিৰাম ওৰফে চেইনা, যিজন ঘটনাক্ৰমে মোৰ ঔৰসদাতা। পৰৱৰ্তীকালত অৱলীলাক্ৰমে আৰু মোৰ বোধেৰে অতি প্ৰাকৃতিক ভাবেই দাৰিদ্ৰ্য, নিৰ্যাতন আদিৰপৰা চিৰ পৰিত্ৰাণৰ অৰ্থে ভৰ বাৰিষাৰ ঢলে ধুউৱা পাগলাদিয়াত মোৰ জননী জন্মদাত্ৰীয়ে যিটো জাপমাৰি বিলীন হৈ গৈছিল, সি আছিল সমুচিত সিদ্ধান্ত; নহ'লে স্বামীদেৱতাৰ যক্ষ্মাজনিত তেজৰ বমি ধুই ধুই তেওঁৰ বিশীৰ্ণ দেহ যিটো জঁকাত পৰিণত হোৱাৰ সম্ভাৱনা আছিল, তাৰ কাহিনী কোনো পথ্যেই আজি আৰু সুখপাঠ্য নহ'লহেঁতেন। জ্ঞাতাৰ্থে কৈ থওঁ যে তেজৰ ডোঙাত শুকাই যোৱা চেইনাৰ মৰদেহ স্পৰ্শ কৰাৰ ভয়ত বিহ্বল

গাঁওৰ সদাশয় ৰাইজে চেইনাৰাম বাসকৰা জুপুৰিটোকে জ্বলাই দি ঘৰে-মানুহে অনন্য দৰ্শনীয় সৎকাৰ কৰিছিল। তেতিয়া মোৰ বয়স চাৰি। কি সুন্দৰ বিধান! ইও নিশ্চয় প্ৰাকৃতিকেই। মানুহ কত ধৰণে জীয়াই থাকিব পাৰে! মোলৈ আঙুলিয়ালেই হ'ল, বেছি কষ্ট কৰাৰ দৰ্কাৰ নাই।

চাওক ভদ্ৰমণ্ডলী, কি সুন্দৰভাৱে আজিও মই জীৱিত! নহ'লে কোনে ক'লেহেঁতেন আপোনালোকক এই নিমাখিত কাহিনীটো? এৰা, নিমাখিতেই। সংগ্ৰহ কৰা তথ্যমতে বাৰ বছৰ বয়সত পৰাশৰক উপবীত পিন্ধাই দ্বিজত্বপ্ৰাপ্ত কৰা হয় যদিও গছত গৰু তুলিবলৈ বদ্ধপৰিকৰ ব্ৰাহ্মণ-পুত্ৰই লক্ষণৰেখা একেজাপেই চেৰাই জ্যাক ধনুৰপৰা মুক্ত কৰিলে। এইখিনিতে এটা সাধাৰণ ব্যাখ্যাৰ দৰ্কাৰ। শৰীৰৰ উচ্চতাৰ সমজোখৰ সমীধৰ ডাল কান্ধত লৈ ব্ৰাহ্মণত্ব অৰ্জনৰ বাবে উপবীতধাৰী ওলাই যাব লাগে উপবীত পিন্ধাওতা মংগলকৰ্মৰ কৰ্তাই নিৰ্দিষ্ট কৰি দিয়া ৰেখা চেৰাই। এবাৰ লক্ষণৰেখা পাৰ হৈ গ'লে তেওঁক আকৌ দুনাই সংসাৰধৰ্মত প্ৰবৃত্ত কৰাবলৈ শাস্ত্ৰোক্ত নিয়মমতে ঘূৰাই আনিব নোৱাৰি। প্ৰব্ৰজ্যাৰ বাবেহে তেওঁ অবাধ বিচৰণশীল হ'ব লাগে, অৱশ্যেই সময়ৰ স্তৰে নিৰ্দিষ্ট কৰা সূত্ৰমতে। লগুণদিয়নী অনুষ্ঠানত শ্ৰাদ্ধকৰ্তাই ৰেখাৰ দিশত ভৰি দিয়াৰ আগেয়েই উপবীতধাৰীক ঘূৰাই আনে মিঠা প্ৰতিশ্ৰুতিৰে-'আহা বোপা, ঘূৰি আহা, তোমাক ভালকৈ পঢ়ুৱাম, সংসাৰৰ বাবে পৰম উপযুক্ত কৰি গঢ়ি তুলিম, সংসাৰধৰ্মৰ মাজেদিহে তোমাৰ বিকাশ সৰ্বোত্তম হ'ব।'

পৰাশৰে ভাবিছিল (মই অন্ততঃ এনে এটা ধাৰণা কৰো; হয়তো নিৰ্ভুল নহ'বও পাৰে। কিন্তু পৰাশৰৰ চৰিত্ৰৰ গঢ়-গঠনলৈ লক্ষ্য কৰি তেওঁ তেনেকৈ ভবাটো অস্বাভাৱিক নহয়) ঃ সকলোৱেইতো ঘূৰি আহে, সকলোকে আতোল-তোলকৈ ঘূৰাই অনা হয়েই, মই ঘূৰি নাহিলে কেনে হয়? অন্ততঃ এটা মজাতো হ'ব। কাৰো শাসন কৰিবৰ অধিকাৰ নাথাকিব, কোনেও একো কৰ্তৃত্ব খটুৱাব নোৱাৰিব, দিহিঙে-দিপাঙে অনাই-বনাই য'তে ৰাতি ত'তে কাতি হ'ব পৰা যাব, ভোক লাগিলে কাৰোবাৰ ঘৰত এমুঠি অন্ন বিচাৰিলেই পৰাঙ্মুখ হোৱাৰ দুৰ্ভাৱনা নাই, কাৰণ হাতত সমীধ থকা ব্ৰাহ্মণপুত্ৰক ক্ষুণ্ণ কৰিলে অমংগলৰ সম্ভাৱনা (তেতিয়াৰ মানুহ ধৰ্মভীৰু আছিল নিঃসন্দেহে, দয়া-মায়াতো আছিলেই), এতেকে ঘৰৰ চালৰ তলত থকাতকৈ মুক্ত আকাশৰ স্নেহাশ্ৰয় পৰম প্ৰণোদিত হ'ব।

গ'ল ওলাই।

কোনেও তৰ্কিবই নোৱাৰিলে।

একেবাৰে হুৰমুৰাই বৃত্তৰ ৰেখা চেৰাই ওলাই গ'ল দক্ষিণাৰঞ্জন শৰ্মাৰ চতুৰ্থ পুত্ৰ পৰাশৰ শৰ্মা। পাচলৈ উভতি নাচালেই।

কাঁহ পৰি জীন যোৱাৰ পিচত, বিনামেঘে বজ্ৰপাত পৰি পাৰ্থিৱ সম্পদ বিনষ্ট কৰাৰ পিচত, কাল গাজনিৰে ধাৰাসাৰ বৰষুণ হোৱাৰ পিচত শিলে সাৰ পালে।

তেতিয়া খামিডাঠ মানুহেও দৌৰি গৈ পৰাশৰক চুব পৰা দূৰত্বত পৰাশৰ নাই।

পিচৰ হুৱা-দুৱা, হৈ-হট্টগোল, গছৰ পাত সৰা অৰণ্যৰোদন আদিৰ পুঙ্খানুপুঙ্খ বৰ্ণনা দিব পৰা গ'লহেঁতেন, নিদিলো, তাৰ বিশেষ দৰ্কাৰো নাই।

চেনিৰাম ওৰফে চেইনা পূৰ্ব নিৰ্দিষ্ট মতে তজোৰবাৰীত পকা টেপৰৰ তলত ৰৈ আছিল। ঘন জংঘল। সাহসীজনেও তাত সোমাবলৈ দুখোজ পিছুৱাই এখোজ আগবাঢ়িব। যখিনী, বাৰগোপাল, বিৰাৰ ভয়; উঁহ-মহ, সাপ-গাহৰি-বাঘতো আছেই।

ক'ত আৰু হাতত সমীধ-দন্ড থাকে? পৰাশৰে চেইনাক গবামাৰি সাৱটি ধৰি পাগলৰ দৰে উচ্চস্বৰে হাঁহিৰ হ্ৰেষাধ্বনি কৰিলে। ভয় খাই গছৰ চৰাইও উৰি গ'ল।

বাপৰে, বাচিলো! পৰাশৰৰ বন্ধনমুক্ত উল্লাস।

তেতিয়া মানে ভয়ত চেইনাৰ অষ্ঠ-কণ্ঠ শুকাই মৰুভূমি হৈ গৈছে, জিভাত পানী নাই। অথচ অলপ আগলৈকেও বন্ধুৰ অপেক্ষাত থকা আনন্দই আকুল কৰি ৰাখিছিল তেৰ বছৰীয়া কিশোৰক। চেইনাই মনে-প্ৰাণে কামনা কৰিছিল— আন্ধাৰ হোৱালৈ সি অপেক্ষা কৰিব, পৰাশৰ নিশ্চয় নাহে, নহাটোৱেই ভাল, বিৰাট গন্ডগোল হৈ যাব যদিহে আহে, সিও পাপত বুৰ গৈ মৰিব, ভগৱানেও তাক প্ৰায়শ্চিত্ত নকৰিব। ভাবি ভাবি সি এটাৰ পিচত এটাকৈ টেপৰ টেঙা চোবাই আছিল, কিন্তু তাৰ দাঁত টেঙোৱা নাছিল। এতিয়া পৰাশৰৰ বাহু-বন্ধনত পিষ্ট হোৱাতহে তাৰ দাঁতেই কেৱল নহয়, সমস্ত অংগ-প্ৰত্যঙ্গ টেঙেচীৰ গাঢ় ৰস হৈ গ'ল। কথা কোৱাৰ শক্তি তাৰ লোপ হ'ল। ভয়ত হৃৎপিন্ড খৰলি পাকেৰে দুলিবলৈ ধৰিলে। কল্পনাত ভাঁহি উঠিল এটা শ্বাসৰুদ্ধকাৰী ভয়াবহ দৃশ্য। গোটেই গাঁওত ভয়াবহ হৈ-চৈ, হুলুস্থুল, উত্তেজনা, দৌৰাদৌৰি, বিভীষিকা চলিছে পৰাশৰৰ এই অদ্ভুত পলায়নক কেন্দ্ৰ কৰি আৰু পৰাশৰৰ সন্ধানত হাতে-হাতে দা-কুঠাৰ, বল্লম-বৰ্শা, জোঁৰ লৈ বহু মানুহ বাঘ ভেঁটিবলৈ যোৱাৰ দৰে দলবদ্ধ হৈ চিঞৰ-বাখৰত মেদিনী কঁপাই তজোৰ বাৰীৰ ফালে আগুৱাই আহিছে আৰু লাহে লাহে ঘেৰি আনিছে বাৰীখন বাঘ-ভেঁটা জালে মেৰিওৱাদি। এই ওচৰ পায়হি লাগে। তাৰ পিচৰ দৃশ্যটো চেইনাই আৰু কল্পনাও কৰিব নোৱাৰিলে।

জল্লাদৰ দৰে মানুহবোৰ তাৰ ওপৰত জপিয়াই পৰিছে। তাৰ পিচত তাক ঘঁপিয়াইছে, বৰ্শা-বল্লমেৰে হানিছে, তাৰ শৰীৰৰপৰা তেজৰ এখন নদী বৈ গৈছে।

অপৰাধ যদি হয়, সেই অপৰাধ চেইনাৰ বাহিৰে আৰু আন কাৰ হ'ব? তাৰ প্ৰৰোচনাতেই নিষ্কলুষ ব্ৰাহ্মণ-পুত্ৰৰ মতি-ভ্ৰষ্ট হৈছে, তাৰ উচটনিতেই পৰাশৰে এই ক্ষমাৰ অযোগ্য অপকৰ্ম আৰু ভ্ৰষ্টাচাৰ কৰি ধৰ্ম আৰু সমাজক পুৰীষ-কদৰ্মত হামখুৰি খুৱাইছে, নহলে এই স্বপ্ন-অগোচৰ কুকৰ্ম কৰিবলৈ বাৰবছৰীয়া গোঁফ নুঠুটিওৱা কিশোৰ এটাই সাহস কৰিব পাৰেনে? ধিক্, ধিক্! কলিকালৰ কুলাংগাৰৰ বাবে নিধনেই একমাত্ৰ নিদান। বধ কৰা তাক, নৰ্চচা শূলত দি ৰং চোৱা, ভবিষ্যতে যেন কাৰো এই দুঃসাহস কৰাৰ কলিজা নহয়। তাৰ এটা এনে শাস্তিমূলক দৃষ্টান্ত নাৰাখিলে সমাজৰ বান্ধ থাকিবনে?

বেঙে মূতা গৰুৰ দৰে চেইনা কঁপি কঁপি মাটিত ঢলি পৰিল। তলত ডেমডেউকা, নিলাজী বন, ফুটুকলা, চীনা জোঁক, বিছা। তাৰ সৰ্বশৰীৰত ঘামৰ জোল।

কি হ'ল তোৰ? কিয় এনে কৰিছ?

পৰাশৰে যেন হাঁহিৰ অতিৰিক্ত সমল বিচাৰি পালে। এনেয়ে চেইনা তাতকৈও বেছি অঘাইতং। নষ্টচন্দ্ৰৰ ৰাতি কুমজেলেকুৱাৰ গাতকৈও পিছল নাৰিকলৰ ওখ গছত ফন্টা ভৰিত নবন্ধাকৈও দুপ-দাপ বগাই সি থোকে-থোকে নাৰিকল বগৰাই দিব পাৰে, সাপৰ নেগুৰ ছিগা চকু থৰ হোৱা পাগলাদিয়াৰ বন্যা-তৰংগত ভাসমান মেনী-ফেঁটী-ঢোৰা সাপৰ লগত সহবাস কৰি মেটেকাৰ দ'মত আশ্ৰয় লোৱা শৰালি-ডাউকক থপিয়াই কণীৰ বাহে সৈতে ধৰি আনি কান্ধত নিয়া খন্তি-মোনাত ভৰাব পাৰে, কৈলা মহাজনৰ পাহাৰ যেন ক'লা হাতীটোৰ নেগুৰত ধৰি একেবাৰে কাণৰ কাষত বহি লৈ খৰ মাৰিব পাৰে, অথচ সেই ল'ৰা আজি ঢলি পৰিল।

পৰাশৰে হাঁহিবই নে কান্দিব?

ফূৰ্তি কিন্তু পালে।

বাঃ, ই চেইনাইতো ভাল যাদু আৰু চাৰ্কাছ দেখুৱাব পাৰে!

ঐ হাৰমজাদা! উঠ, উঠ, তই ভাল চাৰ্কাছ দেখুৱাব পাৰিবি। টাউনত বোলে চাৰ্কাছৰ তম্বু টানিছে। তোক তাতে ভৰ্তি কৰি দিম।

চেইনা অৰ্ধমূৰ্চ্ছিত, ফেল-ফেলকৈ চাই আছে। পৰাশৰৰ একপ্ৰকাৰ খঙেই উঠিল। ক'ত তাৰ পৰম বন্ধু আনন্দত থৌকি-বাথৌ হ'ব, সি দেখুওৱাত লাগিছে ৰুক্মিণীৰ চকুপানী টোকাৰ ভাওনা!

পৰাশৰে চেইনাক তাৰ দুবাহুত ধৰি থিয় কৰাই দিলে। চেইনা আকৌ স্পৰ্শিত লাজুকী লতাৰ দৰে জঁয় পৰি যাব খোজে।

ডাঠ বাঁহনিত ৰিণিকি ৰিণিকি সূৰ্যাস্তৰ হেমৰেখা। কিছু নীড়মুখী পখীৰ কলৰৱ, কিচিৰ-মিচিৰ। মেঘছায়াৰ দৰে সন্তৰ্পণে নামি আহিছে আন্ধাৰ। তুমি কি কৰিলা? মোৰ বৰ ভয় লাগিছে। বহু কষ্টৰ ফলত চেইনাৰ মুখেদি এই বাক্যকেইটা ওলাল। বহু দূৰৰ সাগৰৰ ওপৰেদি ভাঁহি অহা দিশ হেৰুৱা জাহাজৰ বিক্ষিপ্ত উকি এটা ঠেকা খাই খাই চূৰ্ণ-বিচূৰ্ণ হৈ উপকূলত ৰণিত হৈছে। ভয় শব্দটো শুনাৰ পিচত পৰাশৰৰ শিল যেন কঠিন সাহসী সত্তাতো এটা মৃদু কঁপনি উঠিল। জঁয়াৰ হাবিত সিহঁত দুটা অকলশৰীয়া। দেও-ভূত থাকক বা নাথাকক, সাপ আছে-বাঘ আছে-গাহৰি আছে। কোব এটা মাৰিবলৈ হাতৰ সমীধডালো নাই।

পৰাশৰ, তুমি উলটি যোৱা। চেইনাই কাতৰ কণ্ঠেৰে বিনালে।

কিয়? ঘূৰি যাব লাগে কিয়?

আমাক কোনোবাই ইয়াত বিচাৰি পালে কোবাই আধামৰা কৰিব। তোমাক কুবুদ্ধি দিয়া বুলি সন্দেহ কৰি মোৰ ছাল বখালিব। আন্ধাৰ হৈ আহিল। অলপ পলম কৰিলেই হাবিৰপৰা ওলাই যোৱাৰ বাটো বিচাৰি উলিয়াব নোৱাৰিম। চেৰেপা আৰু মহে কামুৰি আমাৰ গা বৰলা-বৰল কৰিলে।

ধেৎ, তই পাগল হৈছ নেকি? ঘূৰি যাবলৈকে মই ওলাই আহিছো নেকি?

তোমাক বিচাৰি ঘৰ আৰু গাঁওৰ মানুহে এতপৰে কিজানি ত্ৰিভুৱন চলাথ কৰিছে। যিমানে যি নহওক, তুমি এনেকৈ ওলাই আহি একো ভাল কাম কৰা নাই। তোমাৰ মা-দেউতা, ভাই-ভনী সমাজৰ ওচৰত সৰু হৈ যাব। মইতো বৈৰাৰ ল'ৰা। আই মৰি গ'লে আৰু কোনো নাই। আমি চলো খুজি-মাগি। এদিন খালে দুদিনৰ হয়। মানুহে যেতিয়া জানিব তুমি-মই দুজনেই নাই, মোৰ আইকো মানুহে নিকাৰ ভুঞ্জাব।

তোৰ যদি ইমানেই চিন্তা, তয়েই ঘূৰি যা। মোৰ কথা শিলৰ ৰেখা। মই নাযাও। যা, তয়েই যা। কোনোবাই সুধিলে পাগলাদিয়াত মাছ খেপিয়াবলৈ যোৱা বুলি ক'বি।

পৰাশৰৰ মুখ প্ৰায় নমনি, তথাপি চেইনাই তাৰফালে কিছুপৰ আন্দাজতে চাই থাকিল। তাৰ দুচকুৰে বৈ আহিছে চকুলোৰ দুটা ধাৰা। বুকুখনত উখল-মাখল লাগিছে। শত-সহস্ৰ চিন্তাৰ ঢৌ। কপাল আৰু কুমত জিনজিননি উঠিছে।

তুমি তেনে সঁচাকৈয়ে ঘৰলৈ ঘূৰি নোযোৱা? চেইনাই অন্তিম নিবেদন ৰাখিলে।

কি ক'লো ইমান পৰে? তই কলা হ'লি নেকি? পৰাশৰে ভেকাহি মাৰি ক'লে।

নগৈ কি কৰিবা?

জাহান্নামলৈ যাম। তই ঘূৰি যা, উঁ যা।

তোমাক এৰি?

কোনে মোক ধৰি ৰাখিবলৈ তোক কৈছে? তই ঘূৰি যা, নহ'লে তোৰ চিন্তাত মাৰ মৰিব।

চেইনাই মাকৰ মৰমিয়াল মুখখন মনত পেলালে। মাকে তাক অকথ্য, অশ্ৰাব্য গালি পাৰে। ফলি-পুথি ল'বলৈ কাতৰি কয়। ভিক্ষা কৰি খুউৱা-পঢ়ুউৱাৰ কথা দোহাৰে। গাঁওৰ মহী মাষ্টৰৰ সৰুকালৰ দুখ-দুৰ্দশাৰ কাহিনী কৈ শুনায়। মহী মাষ্টৰকো তেওঁৰ বিধবা মাকে খুজি-মাগিহে খুৱাইছিল, পঢ়ুৱাইছিল। অথচ তেওঁ বিদ্যাৱন্ত হ'ল। জাকত-জিলিকা গুণী মানুহ হ'ল। সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ হ'ল। গাঁওত তেওঁৰ দৰে দ্বিতীয় এজন নাই। বুঢ়াকালতো তেওঁ শাকনিত কোৰ মাৰে, নিজ হাতে ৰান্ধি-বাঢ়ি খায়। সকলো সময়তে আনৰ মংগল চিন্তা কৰে। বিয়া-বাৰুকে নকৰিলে।

চেইনাৰ চকুৰে দুকুৰা জুইহে যেন ওলাইছে।

মাকক এৰি থকাৰ চিন্তা, বন্ধুক এৰি থকাৰ চিন্তা। কোনটো এৰিব? কোনটো ভাল?

পৰাশৰ!

হো?

এতিয়াও সময় আছে। আমি দুয়ো ঘূৰি যাওঁ ব'লা। ইতিমধ্যে জোন ওলাইছে। গছৰ পাতৰ ডাঠ বেহু ফালি দুই এটা ৰশ্মি তলৰ জংঘলতো পৰিছে। কাষৰ বিৰাটকায় পমা এডালৰ আগত ধদং কেইটামানে কেপকেপাই কথাহে পাতিছে যেন।

হাবি-বননি ফালি পৰাশৰ আগবাঢ়িল। সোমোৱা বাটেৰে নহয়, অপৰিচিত গোপ্তাৰে। উপায় নাপাই চেইনাই তাক অনুসৰণ কৰিলে।

দহমাইল বাট খোজ কাঢ়ি টাউন পোৱাৰ পিচত দুই বন্ধুৰ শৰীৰ ভাগৰত ন্যুব্জ। আৰু চলিবলৈ শক্তি নাই। ক্ষুধা-তৃষ্ণাত কণ্ঠ আৰ্ত, উদৰত বিদ্ৰোহাগ্নি। দুয়ো মুমূৰ্ষু। সমগ্ৰ শৰীৰৰ ঠায়ে ঠায়ে বিন্দু বিন্দু তেজ। খমলাও বান্ধিছে।

দুয়ো গৈ চাৰ্কাছ-পাৰ্টিয়ে সামৰিববৈলে ধৰা তম্বুৰ ওচৰত শুই দিলে। সেইৰাতি বয়-বস্তু সামৰি দলটো আন এঠাইলৈ যোৱাৰ কথা। মেনেজাৰ আৰু দুই চাৰিজন কাম কৰা মানুহহে কেৱল পৰ দি আছে। জ্বলি আছে এটা হেছেক লাইট। চহৰখনো তেতিয়া দিনৰ ভাগৰত ক্লান্ত।

এই চাৰ্কাছতেই আৰম্ভ হ'ল পৰাশৰ-চেইনাৰ জীৱনৰ দ্বিতীয় এটা অধ্যায়। তেতিয়াৰ দিনত এনে অনুষ্ঠানত কাম কৰা মানুহ পোৱা বৰ টান কাম আছিল। মেনেজাৰে হাততে সৰগ ঢুকি পালে। আথে-বেথে আকোঁৱালি ল'লে দুয়োকো।

পুৱতি নিশা ঢেৰঢেৰীয়া চেভ্ৰ'লেট ট্ৰাকত আৰম্ভ হ'ল পৰাশৰ-চেইনাৰ অগস্ত্য-যাত্ৰা। লক্ষ্যস্থান কোচবিহাৰ।

কালক্ৰমত দুয়ো লগুৱাৰপৰা বহুৱা হ'ল মহামায়া চাৰ্কাছত।

## ॥ তিনি ॥

কোচবিহাৰৰপৰা জলপাইগুড়ি, মালদহ, হাওড়া, কটক, লক্ষ্মৌ আদি বিভিন্ন চহৰৰ শেষত বাৰাণসীলৈ এক দীৰ্ঘ পথ-পৰিক্ৰমা।

প্ৰথমতে নতুন নতুন চহৰ, বিচিত্ৰ চৰিত্ৰৰ মানুহ আৰু দৰ্শক, আচহুৱা অথচ ৰোমাঞ্চকৰ জীৱনৰ বৰ্ণাঢ্য অভিজ্ঞতাই দুই বন্ধুক মগ্ন কৰি ৰাখিছিল। আনকি নিজ নিজ ঘৰ আৰু আপোনজনো বিস্মৃত হৈছিল। বহুৱাৰ ভাও দেখুৱাই দৰ্শকক হঁহুৱাব পাৰিলে গৰ্বত বুকু ফুলি উঠিছিল। চাৰ্কাছৰ দলটোৰ মালিক, পৰিচালক আৰু কৰ্মচাৰীৰ সৰহ সংখ্যকেই বাঙালী হোৱা বাবে মনৰ ভাব আদান-প্ৰদানতো বিশেষ অসুবিধা হোৱা নাছিল। আনকি দুয়ো হিন্দী ভাষাও ভালকৈ ক'ব পৰা হৈছিল। লগে লগে শিকি গৈছিল কুৎসিৎ, লেতেৰা কথাবোৰ। এইবোৰত ইন্ধন যোগাইছিল চাৰ্কাছত বহু দিন কাম কৰা চাৰিজনী অতি আপচু ছোৱালী আৰু সিহঁতকলৈ ৰংগ-ৰোমাঞ্চৰ জুতি লোৱা কৰ্মচাৰীসকলে। এনে অভিজ্ঞতা দুই বন্ধুৰ বাবে এফালে যেনেকৈ উত্তেজক আছিল, আনফালে পীড়াদায়কো হৈ পৰিছিল। পৰাশৰে মুক্ত জীৱনৰ কথা ভাবিছিল; অথচ সকলোতে বন্ধনৰ বাঘজৰী। অনুশাসন বিচৰা নাছিল, অথচ ৰঙা চকুৰ ৰোষাগ্নিৰ দহন সদায় সহ্য কৰিব লাগে। ইয়াকে বিচাৰি সি লক্ষ্মণৰেখা চেৰাই মাক-পিতাক-ভায়েক-ভনীয়েক, চেনেহৰ গাঁও এৰি গুচি আহিছিলনে?

দিন যায় মানে পৰাশৰৰ চটফটনি বাঢ়ি গৈ থাকিল। এক অসহ্য জ্বালাত সি

বুকু খেপিয়ায়। এইখন কিজানি এদিন থান-বান হৈ ভাগি যাব। ক্ষুধা-নিদ্রা অন্তৰ্হিত। অথচ চাৰ্কাছৰ মেনেজাৰ সুধন্যবাবুৰ নজৰ অতি কড়া। তেওঁ চকুৰ আঁতৰ নকৰে। মানুহ এজন পলাই গ'লে তেওঁৰ ডাঙৰ ক্ষতি। কাৰণ আন এজন মানুহ পোৱা টান। মানুহে চাৰ্কাছ চাই ভাল পায়, কিন্তু চাৰ্কাছত কাম কৰিবলৈ নিবিচাৰে। সুধন্যবাবুৱে ভালকৈ জানে— বাহিৰত ৰং-চং থাকিলেও চাৰ্কাছৰ ভিতৰ-জগতখন অতি লেতেৰা, বীভৎস। ইয়াত প্ৰতি মুহূৰ্তে মনুষ্যত্বৰ অপমান হয়, সৎচিন্তাৰ মৃত্যু ঘটে। ই এটা পিঞ্জৰ। তাত পশু যেনেকৈ বন্দী হৈ থাকে, মানুহো থাকে। নিতান্ত নিৰুপায় হৈহে তেৰোঁ মাহে কুৰি টকাৰ লোভত পুত্ৰ-পৰিবাৰ সুদূৰ লক্ষীকান্তপুৰত এৰি থৈ প্ৰান্তে-প্ৰান্তে ঘূৰি ফুৰিছে। তেওঁতো কৰ্মচাৰীক তীক্ষ্ণ নজৰত ৰাখিলেও কিছু স্বাধীনতা দিয়েই, মালিক হৰিহৰবাবুয়ে আনকি তেওঁৰ গতি-বিধিৰ ওপৰত চকু ৰাখিবলৈ চোৰাংচোৱা ৰাখে বুলিও তেওঁ বহু প্ৰমাণ পাইছে। এবাৰ দল এৰি বনুৱা এজন পলাওঁতে সামান্য অপৰাধৰ বাবেই তেওঁৰ পোন্ধৰ দিনৰ বেতন কাটি দিছিল। কোনোমতে হাতে-ভৰিয়ে ধৰিহে সেইবাৰ মকুব পাইছিল।

চেইনা মোটামুটি সন্তুষ্ট। দুবেলা খাবলৈ পাইছে, পিন্ধা-কাপোৰ পাইছে, মাহ পাৰ হ'লে দুটা টকা পাইছে, ই কি কম লাভ? পৰাশৰৰ ওপৰত মনে মনে সি কৃতজ্ঞ। তাৰ কথামতে সেই সন্ধিয়া পৰাশৰ গুচি যোৱাহেঁতেন, আজি পেটত ফঁটা গামোচা বন্ধাৰ বাহিৰে গতি থাকিলহেঁতেননে?

মাজে মাজে মাকলৈ মনত পৰে। কেনে আছে তাৰ মগনিয়াৰ মাক জন্মদাত্ৰী জননী? তেওঁ এতিয়াও খুজি-মাগি লোকৰ দুৱাৰে-দুৱাৰে ঘূৰি ফুৰেনে? খায়নে লোণেৰে পইতা ভাত ভোল-পোৰা সহ? কৰেনে একমাত্ৰ পুত্ৰলৈ অধীৰ অপেক্ষা? কান্দি কান্দি শেতেলী তিয়াই ভাগৰত ঢলি পৰেনে? ৰাতি পাৰ হ'লে আকৌ আগদিনাৰ দৰে যন্ত্ৰ এটাৰ নিচিনাকৈ লোকৰ দুৱাৰমুখলৈ গৈ কাতৰি কয়নে, 'আই, ভিক্ষা। মই বৰ গৰীব আই, একমাত্ৰ ল'ৰাটোও মোক খুউৱাৰ ভয়ত ঘৰত্যাগী হ'ল।'

অত দিন কংকালসাৰ মানুহজনী বাচি আছেনে?

সেই জঁকাটোৰ ভিতৰত এতিয়াও প্ৰাণ আছেনে?

চেইনাই শংকা-দ্বিধা-দ্বন্দ্ব-অন্তৰ্দাহত জোৰকৈ সকলো পাহৰাৰ চেষ্টা কৰি চকু দুটা মুদি দিয়ে।

চকু মুদিলেই আকাশ হেৰায়নে?

ওলাব খোজা চকুপানী সি চকুৰ ভিতৰতে সাহসৰ তাপেৰে শুকুৱায়।

নিজকে কৃতঘ্ন, চৰম অপৰাধী দাগী আচামী বুলি সাব্যস্ত কৰে। তাৰ অপৰাধৰ শাস্তি এদিন সি পাবই। ঈশ্বৰৰ সৃষ্টিত বিচাৰৰ ব্যৱস্থা থাকিবই।

তাৰ হাতত চাৰি বছৰে গোলামি খাটি পোৱা সামান্য টকাৰ খৰচ-ভৰচ বাদ দি কুৰিটামান টকা আছে। মাকলৈ এই টকা পঠোৱাৰ কথা সি বহুদিন ভাবিছে। সি ঠিকনাটোও ঘঁহাই ঘঁহাই লিখিব পাৰিব। কিন্তু ইমান দূৰৰপৰা পঠোৱা টকা মাকে পাবনে, সঁচাসঁচিকৈয়ে কোনোবাই তেওঁৰ হাতত টকাকেইটা তুলি দিবনে? যদি মাক লোকান্তৰিত হৈছে, কোন বাৰভূতেবা সেই টকা খায়?

চেইনাৰ বিমোৰৰ শেষ নাই। এটা ভাবিলে, আন এটা ভাবে মনটোক গুৰিয়াই দিয়ে। আঁত বিচাৰি নোপোৱা অৱস্থা হয়। সি অস্থিৰ হৈ উঠে। নিজকে চাৰ্কাছৰ পিঁজৰাৰ বন্দী জন্তুতকৈও অধম বুলি জ্ঞান কৰে।

হায়, হায়, জীৱনত এনে ভুলো মানুহে কৰেনে? ক'ত এৰি আহিল বাঁহকুঁকাৰ বিননিত পুৱাৰ চিকুণ টোপনি ভঙা, ছন্দা মাছৰ জিলিকনিৰে বেগৱতী পাগলাদিয়াৰ পাৰৰ জুৰ মলয়াই শান্ত কৰা চেনেহৰ ভগা পঁজাটো? লগৰীয়াবোৰ? নামঘৰৰ প্ৰসাদ? ভঠেলি? স্নেহময়ী মাতৃ?

বহুৱাৰ জীৱনে বন্দীশালৰ হিংস্ৰ জন্তুৰ সীমাবদ্ধতাকো গৰীয়সী কৰিছে।

কি ভাবিছে পৰাশৰে? পৰাশৰে কি ইয়াকে বিচাৰি ওলাই আহিছিল? ধিক! আজিকালি দুয়োৰে মাজত কথা-বতৰাৰ কোনো সুযোগেই নিমিলে। সুধন্যবাবু বৰ চালাক মানুহ। পৰাপক্ষত দুয়োকে লগ লাগিবলৈ নিদিয়ে। চেইনাক দিছে ৰিঙৰ কাম। পৰাশৰক নিজৰ লগতে ৰাখে। পইচাৰ হিচাপ কৰিবলৈ দিয়ে। ভাত খোৱাও বেলেগে বেলেগে কৰিব লাগে, শোৱাৰ ঠাইও বেলেগ বেলেগ কৰি দিয়া হৈছে।

আশীজন মানুহক সাত ঘাটৰ চেঙেলী সুধন্যবাবুৱে এনেকৈয়ে চলায়। তেওঁৰ মূৰৰ ওপৰত হৰিহৰবাবুৰ অদৃশ্য খড়গ; সামান্য উনৈছ-বিছ কৰিলা কি মৰিলা।

চেইনাই প্ৰিয় বন্ধুৰ লগত কথা পতাৰ, মন খুলি নিজৰ যন্ত্ৰণাৰ কথা বেকত কৰাৰ অপেক্ষা কৰি আছিল চিকাৰ-সন্ধানী মেকুৰীৰ দৰে। এটা দিন, এটা ৰাতি পাৰ হ'লেই বুকুখনত যন্ত্ৰণাই কেঁকোৰা-চেপা দিয়ে।

এদিন ভাগ্য যেনিবা সুপ্ৰসন্ন হ'ল।

সুধন্যবাবুৰ তীৰকঁপে জ্বৰ উঠিল। আৰম্ভ হ'ল বমি আৰু হাগনি। ৰাতিৰ দৰ্শনী শেষ হৈছিলহে মাথোন। মেনেজাৰৰ এনে অৱস্থা দেখি হাহাকাৰ লাগি গ'ল। ডাক্টৰ-কবিৰাজৰ সন্ধানত ওলাই গ'ল কেইবাজনো কৰ্মচাৰী; বাকীবোৰে তম্বুৰ ভিতৰত

থকা সুধন্যবাবুৰ বিশেষ কোঠাৰ চাৰিওফালে ভিৰ কৰিলে। সকলোৰে চকুৰে-মুখে, কথা-বতৰাত উৎকণ্ঠা-উদ্বেগ। মা মহামায়া চাৰ্কাছৰ জন্মলগ্নৰে পৰা সুধন্যবাবু মেনেজাৰ। কোনেও তেওঁৰ হাঁচি-কাহ এটা শুনা নাই। হঠাৎ হ'ল কি?

চেইনাই পৰাশৰৰ হাত এখন খামুচি ধৰি সিঐাৰিলে, আহা।

পৰাশৰেও এনে শুভলগ্নৰ অপেক্ষা কৰি আছিল।

গডৌলিয়া পাৰ হৈ দশাশ্বমেধ ঘাটৰ পাৰে পাৰে মণি-কৰ্ণিকাৰ ফালে দুয়ো হেলাই-হেফাই দৌৰিলে। চেইনাৰ জেপত সেই কুৰি টকা। পৰাশৰৰ জেপত নাই আনকি এটা ফুটা-কড়ি। তথাপি নিস্তাৰ। পৰিত্ৰাণ!

মণি-কৰ্ণিকাত চিতা জ্বলি আছে।

সন্মুখত প্ৰবাহিনী গংগা। জীৱনৰ অন্তিম পৰ্বৰ বিলয়-দ্ৰষ্টা। শান্ত, সমাহিত।

ছন্দবদ্ধ কীৰ্তনৰ সুৰ ভাঁহি আহিছে।

খটখটিত দুয়ো বহিল। শৰীৰত যেন যুগ-যগান্তৰৰ পুঞ্জীভূত ক্লান্তি। দুয়ো বহু সময় ধৰি প্ৰাণভৰি মুক্ত বায়ু-সেৱন কৰিলে। ধূপ-ধুনাৰ অমল সুৰভিমিশ্ৰিত মন্দাক্ৰান্তা অনিল। অদূৰত হৰিশ্চন্দ্ৰৰ চিতাৰ অনিৰ্বাণ অনিভন্ত অগ্নিশিখাৰ বলয়।

ইয়াৰ পৰা আৰু দূৰলৈ যোৱা ভাল। চেইনাই ক'লে। ক'লৈ?

আন্ধাৰলৈ। ইয়াত বহুত বেছি পোহৰ। কোনোবাই দেখিব পাৰে। সুধন্যবাবু মৰে যদি তেওঁৰ প্ৰেতেও আনকি আমাক বিচাৰি ফুৰিব।

চেইনাৰ বাস্তৱ-বুদ্ধি অনেক প্ৰখৰ হৈছে। সেই জলহু চেইনাই বহুবাৰ মোট সলালে। তাৰ গোঁফৰ আকাৰ পৰাশৰতকৈ ডাঙৰ।

চেইনাৰ পাচে পাচে গৈ থাকিল পৰাশৰ। বাব্‌লা গছৰ ছাঁৰে ঢকা শিল এটাত দুয়ো মুখামুখিকৈ বহিল।

ইজনে সিজনক চাই আছে।

চাই চাই যেন হেঁপাহ নপলাব। যেন বহু বছৰৰ প্ৰতীক্ষাৰ অন্তত আবিৰ্ভাৱ ঘটিছে বহু শুভময় লগ্নৰ।

ক্ষন্তেক পিচত ধাতস্থ হৈ ভয়ৰ ধূলি জোকাৰি চেইনাই কথাৰ ফুলজাৰি জ্বলাবলৈ ধৰিলে।

মই ভাবিছিলো এই জগতত এজনেই মূৰ্খ আছে আৰু সেইজন অন্য কোনো

নহয়— মই। আজি বুজি পাইছো যে মোতকৈও জধামূৰ্খ এজন পৃথিৱীত উপজিছে।

উৎকৰ্ণ পৰাশৰে বিজুলীবেগেৰে সুধিলে, কোন?

তুমি। নিঃসংকোচে চেইনাই উদ্‌গীৰণ কৰিলে।

কি কাৰণে মোক এই আখ্যা দিলি? পৰাশৰে নিশ্চিন্ত হ'বলৈ বিচাৰিলে।

চাৰ্কাছৰ হাতী-ঘোঁৰাৰ গু-গোবৰৰ গোন্ধ ল'বলৈকেই তুমি উপনয়নৰ দিনা তজোৰ বাৰীত সোমাইছিলা নেকি? ছিঃ, মনত পৰিলে মোৰ নিজকে থুৱাবৰ মন যায়।

পৰাশৰ নিমাতে থাকিল।

ঘৰ এৰি যদি পলাব পাৰিছিলা, চাৰ্কাছৰ কি ভাতৰ ফেনেনো তোমাক চাৰিটা বছৰ জিভাৰ জুতি দিলে যে জন্তুৰ দৰে তুমি গঁৰালত সোমাই থাকিলা? পৰাশৰ, তুমি মানুহ নে জন্তু? তোমাক এশবাৰ ধিক্।

পৰাশৰ এটা শিল হৈ গৈছে। শিলে কথা নকয়।

মনে মনে থাকিলা যে? তোমাৰ কি একো কথা নাই? নে বহুৰূৰাৰ চৌ সাজিছা।

তোৰ আজি মগজু উতলি আছে দেখিছো।

মই মোৰ কথা ভবা নাই পৰাশৰ, ভাবিছো তোমাৰ কথা। মই বৈৰাৰ ঘৰৰ ল'ৰা। লোকৰ চুৱা ধুলেও মোক শুৱাব। কিন্তু তোমাক? তুমি দ্বিজৰ ঘৰৰ ল'ৰা। বংশ ভাল, ধন-সম্পদ নাথাকিব পাৰে। ডলাৰ বগৰী হ'লে তোমাক নুশুৱায়। এইখন বাৰাণসী, ইয়াত সজ্জন-পণ্ডিত অলেখ আছে। কিছু শাস্ত্ৰ-তাস্ত্ৰকে শিকি লোৱা। আৰু যদি এতিয়াই ঘৰলৈ ঘুৰি যাব খোজা, ব'লা দুয়ো ৰে'ল-ষ্টেচনলৈ যাও। কিবা এটা ব্যৱস্থা কৰি যাব পাৰিম। আইলৈ মোৰ খুব মনত পৰি থাকে। তেওঁৰ প্ৰতি বহু অন্যায় কৰিলো। তোমাৰ কাকো মনত নপৰে নেকি? মা-দেউতা, ভাই-ভনী, কাকো? তুমিওতো তেওঁলোকক এনেকৈ প্ৰতাৰণা কৰি কম অন্যায় কৰা নাই। ঈশ্বৰে তোমাক নিদাৰুণ শাস্তি দিব, চাই থাকিবা। কাৰণ তুমি মানুহৰ দৰে কাম কৰা নাই। কোৱা, ইয়াৰ পিছত তুমি চাৰ্কাছত থাকি সুধন্যবাবুৰ ভৰি চেলেকিবা? কোৱা, আজি মোক ক'বই লাগিল, নহ'লে নেৰো।

পৰাশৰৰ ভৰিৰ তলত মাটি নাই; ডুবি গৈ আছে, গৈ আছে- থাউনি নাই। বুকুত শোকৰ দাঙিব নোৱাৰা শিল, চকুৰ আগত শীতল গংগাৰ ঠাইত উত্তপ্ত

মৰুভূমি আৰু মনত এটা কবন্ধৰ নিৰ্মম অত্যাচাৰ। সি চেইনাৰ ওচৰত বিনীতভাৱে আত্মসমৰ্পণ কৰাৰ ভংগীত মৌন হৈ থকাৰ বাহিৰে দ্বিতীয় এটা পথ বিচাৰি পোৱা নাই।

তোমাৰ হাতত টকা-সিকা আছে?

লগত নাই। সুধন্যবাবুৰ হাতত জমা আছে। ডেৰকুৰিমান হ'ব।

ভাল কৰিছা, আচল চন্দুকতে জমা থৈছা। আনাগৈ এতিয়া।

নাই, নাই, তাৰ ওচৰলৈ আৰু নাযাও, পৰাশৰে আত্ৰাণিত কক্‌বকাই উঠিল। তাতকৈ মই গংগাতে জাপ দিম।

পেটে পেটে চেইনাৰ হাঁহি উঠিল।

খুব দেখোন মুক্তি মুক্তি কৰিছিলা, এতিয়া কেনেকৈ চলিবা? বতাহ খাই? মোৰ কুৰি টকা শেষ কৰিবলৈ কেইদিন লাগিব?

পৰাশৰৰ সমুচিত উত্তৰ নাই।

তথাপি সাহসেৰেই ক'লে, দৰ্কাৰ হ'লে হোটেলত বাচনকে ধুম।

পাৰিবা?

পাৰিম।

এইবাৰ তেনেহ'লে চাৰ্কাছ বাদ দি হোটেল?

মোৰ বিছ টকা-

বাক্যটো চেইনাই শেষ কৰিবলৈকে নাপালে, চাৰিটামান ওখ ছায়ামূৰ্ত্তিয়ে গৰ্জন কৰিলে-ঠেহ্‌ৰো!

বজ্ৰপাত পৰিলেও দুয়োটাই কিজানি ইমান ভয় নাখালেহেঁতেন। ভয়ত দুয়ো কেঁচুৰ দৰে খন্ড-বিখন্ড হৈ গ'ল। তাৰ পিচত কি ঘটিল কাৰো মনত নপৰে। ভেল্কীবাজীৰ প্ৰভাৱত দুয়োৰে চেতনা বিলুপ্ত হোৱাৰ দৰে হ'ল।

বড়ে কটোৱালীত থানেদাৰৰ ওচৰত বহি আছিল বিশাল বপুৰ গেৰুৱা পৰিহিত সৌম্যকান্তি গৌৰবৰ্ণ এক সাধু। স্বামী প্ৰেমানন্দ। বিশ্বনাথ মন্দিৰৰ অগ্ৰণী পুৰোধা। সকলোৰে সন্মানৰ পাত্ৰ। আনকি সম্ভ্ৰম আৰু শ্ৰদ্ধা প্ৰদৰ্শন কৰিবলৈ থানেদাৰো নিজ আসনত বহা নাই।

কটোৱালীত উপস্থিত আৰক্ষী কৰ্মচাৰীসকলৰ আনন্দৰ কূল নাই। স্বয়ং মহৰ্ষি প্ৰেমানন্দ কটোৱালীত উপস্থিত। সপোনৰ অগোচৰ, বিশ্বাস কৰিব নোৱাৰা ঘটনা। এই মহৰ্ষিৰ চৰণ চুবলৈ কত কৃচ্ছ্ৰসাধন কৰিব লাগে। দিনৰ দিনটো শাৰীত থিয় হৈ থাকিও কেতিয়াবা কেতিয়াবা মহৰ্ষিৰ দৰ্শনলাভৰপৰা বঞ্চিত হ'ব লাগে।

থানেদাৰৰ টেবুলত ফল-মূল, ধূপ-দীপৰ বহু নৈবেদ্য। চাৰিওফালে অগণন দৰ্শক।

অঁ, কি কৈছিলো? মহৰ্ষিয়ে আত্মমগ্নতাৰে সুধিলে।

প্ৰভু, সৃষ্টি ক'ৰ পৰা কেনেকৈ হ'ল- সেই কথা?

উঁ, ওম্। অব্যক্তাচ্চ ভবেৎ সৃষ্টিৰব্যক্তাচ্চ বিনশ্যতি। অব্যক্তং ব্ৰহ্মণো জ্ঞানং সৃষ্টিসংহাৰবৰ্জিতং।

হেন সময়তে ছন্দপতন।

চাৰি ছায়ামূৰ্তি হাজিৰ। হাঁহিত বিজয়োল্লাস। জীৱনৰ সৰ্বশ্ৰেষ্ঠ কাম সম্পন্ন কৰিব পৰাৰ আনন্দত মতলীয়া উল্লাস।

সকলোৱে সম্ৰমেৰে বাট এৰি দিলে।

প্ৰভু, মিল গয়া। দোনো ছোকৰাকো। চিপাহী কেইজনে ক'লে। চেইনাই ঈশ্বৰক ক'লে, 'প্ৰভু, ই তোমাৰ কি মায়া?' পৰাশৰে নিজক ক'লে, 'মই ব্ৰাহ্মণ-পুত্ৰ, অন্ততঃ চাউল নাপালেও ফল-মূলেৰে ৰাতিটোৰ ভোক গুচাব পাৰিম। প্ৰভুৱে নিশ্চয় এইকণ দয়াৰ পৰা মনিচক বঞ্চিত নকৰে।'

চেইনাৰ নতুনকৈ ভয় কৰিবলগীয়া একো নাই। এনেয়েও মৰা, তেনেয়েও মৰা। কিন্তু কাণ্ড কাৰখানাৰ ৰহস্যইহে তাক আমোদ দিছে, সন্ত্ৰস্ত নকৰাকৈও থকা নাই।

থানেদাৰৰ চকুত দুকুৰা জুই। চেইনা আৰু পৰাশৰক যেন পুৰিহে নিব। ইমান স্পৰ্ধা! প্ৰভু মহৰ্ষি প্ৰেমানন্দৰ নামাৱলীৰ বিভূষণ সোণৰ ৰাধা-কৃষ্ণৰ যুগল-মূৰ্তি চুৰ কৰাৰ! পবিত্ৰ মহিমাময়ী গংগাৰ স্নানঘাটত? প্ৰদোষৰ মহাপুণ্য লগ্নত?

কাৰো মুখত কথা নাই। কটোৱালী মুহূৰ্তৰ বাবে নিজম। থানেদাৰ প্ৰভুৰ ইংগিতৰ অপেক্ষাত। তেওঁৰ দৃষ্টি প্ৰভুৰ সুদৰ্শন মুখমণ্ডলত নিবদ্ধ।

পুণ্যব্ৰত মহৰ্ষিয়ে নৃসিংহ সময়ত অকলে গংগাৰ শীতল বাৰিধাৰাত অৱগাহন কৰিবলৈ গৈছিল। ঘাটত এৰি থৈ গৈছিল দ্বিতীয় উত্তৰীয় আৰু শুভ নামাৱলী।

স্নানৰ অন্তত তেওঁ ঘূৰি আহি দেখে নামাবলী নাই। নামাবলীত বন্ধা থাকে তেওঁৰ পূজিত দেৱতাৰ স্বৰ্ণমূৰ্তি। হঠাৎ তেওঁ দেখিলে দুটা ছায়ামূৰ্তি কাষৰ জংঘলৰ মাজেৰে উধাও। তাৰ পিচত প্ৰভুৰ কটোৱালীত প্ৰৱেশ। এই মূৰ্তি প্ৰভুৱে লাভ কৰিছিল বংশানুক্ৰমিকভাৱে। ইয়াক হেৰুওৱা মানে জীৱনৰ সংশয়।

মহৰ্ষিয়ে অনুপুঙ্খভাৱে চাই আছে চেইনা আৰু পৰাশৰক।

সেই দৃষ্টি আছিল সাধাৰণ দৃষ্টিতকৈ স্বতন্ত্ৰ।

চেইনা আৰু পৰাশৰৰ ওঁঠত বিৰিঙি উঠিল সম্মোহিত হাঁহি। দুয়ো চাই আছে মহৰ্ষিলৈ নিৰ্নিমেষে অপলক।

এওঁলোক নহয়। এওঁলোকে এনেকাম কৰিব নোৱাৰে। ভগৱানে মোক ব্ৰহ্মজ্ঞানৰ এটা কণিকা হ'লেও দান কৰিছে। ব্ৰহ্মজ্ঞানং পদং জ্ঞাত্বা সৰ্ববিদ্যা স্থিৰা ভবেৎ। এওঁলোকক খাবলৈ দিয়া। বৰ কষ্ট পাইছে।

মুহূৰ্ততে চেইনা আৰু পৰাশৰৰ পদোন্নতি ঘটিল।

সাব্যস্ত অপৰাধীৰপৰা আশীৰ্বাদধন্য শিষ্যলৈ।

কটোৱালীৰ কৰ্মচাৰী ব্যস্ত হৈ পৰিল দুই কিশোৰক ভোজনেৰে তুষ্ট কৰিবলৈ।

মহৰ্ষি উঠিল।

সকলোৱে তেওঁৰ চৰণ চুলে।

চেইনা আৰু পৰাশৰেও। চেইনাই প্ৰভুৰ পাৱত দীঘল দি পৰি আকুতি জনালে- প্ৰভু, আমাক কিয় চোৰ বুলি ভাবি ল'লে নাজানো, কিন্তু আমি এনে অপৰাধ কৰাৰ কথা সপোনতো ভাবিব নোৱাৰো। আমি দুয়োজনেই বৰ দুখীয়া, থকা-খোৱাৰ সংস্থান নাই। এতেকে আপুনি আমাক পৰিত্ৰাণ কৰক, প্ৰভু।

চেইনাৰ কুটিল বুদ্ধিৰ চাকচিক্য আৰু বিনয়ৰ ভকতীয়া কাৰবাৰ দেখি পৰাশৰৰ কপালত তৃতীয়টো নয়ন গজি উঠিছে। হে ভগৱান! ব্ৰাহ্মণৰ ঔৰসত টিকনিৰ আগত চাণক্য-বুদ্ধি লৈ জন্মাৰ পিচতো তাৰ বুদ্ধি-চক্ষু উন্মীলিত নহ'ল- পৰাশৰে ভাবিলে। প্ৰিয় বন্ধুৰ প্ৰত্যুৎপন্নমতি আৰু যদ্‌ভবিষ্যৰ বিপৰীত মতি যুগপৎ বিকশিত হোৱা দেখি পৰাশৰৰ বুজাব নোৱাৰা আনন্দ হ'ল। নিজকে ঠাৱৰ কৰিলে জগতৰ সৰ্বশ্ৰেষ্ঠ গজমূৰ্খ বুলি। এই বুদ্ধি লৈ ঘৰত্যাগী হৈছিল সি? নিজকে বহুবাৰ ধিক্কাৰ দিলে।

আও মেৰে চাথ!

মহৰ্ষিয়ে আজ্ঞা দিলে।

চেইনা আৰু পৰাশৰৰ চাৰ্কাছ-জীৱনৰ বন্দীশাল প্ৰভু প্ৰেমানন্দৰ সস্নেহ স্পৰ্শত ভূলুণ্ঠিত হ'ল।

॥ চাৰি ॥

বিশ্বনাথ মন্দিৰত দুই কিশোৰে যৌৱনৰ পদধ্বনি শুনিলে। শংখ-ঘন্টা-আৰতি-পদাৱলী-মন্ত্ৰোচ্চাৰণৰ মায়াময় পূৰ্ব-অপৰিচিত জগতত ভক্তি-মাৰ্গ আৰু দাৰ্শনিক তত্বৰ দিবা-ৰাত্ৰ সম্প্ৰচাৰ চেইনাৰ বাবে অপাংক্তেয়, সি নিজৰ জাতি-কুল সম্বন্ধেও সজাগ। পূজা-আৰতি আদিৰপৰা সি সযতনে নিজকে আঁতৰাই ৰাখে। বৰং সি ভোগৰ বাচনকেই দুবাৰ বেছিকৈ ধোৱে। মন্দিৰৰ শতাধিক পূজাৰী, কৰ্মচাৰীৰ মাজত, দৰ্শনাৰ্থী ভক্তবৃন্দৰ লানি নিছিগা ভিৰৰ মাজত চেইনা বা পৰাশৰৰ অৱস্থান পাতে ঢকা লাউ। ইয়াত সুধন্যবাবু, হৰিহৰবাবুৰ ৰক্ত-চক্ষু বা জন্তু-জানোৱাৰৰ বিষ্ঠা বা দৰ্শকক প্ৰীত কৰাৰ কায়িক কচৰৎ নাই। সুধন্যবাবু মৰিল নে বাঁচি আছে, সেই লৈ দুজনৰ আৰু কোনো উদ্বিগ্নতা নাই। ইও একপ্ৰকাৰ মুক্তিয়েই।

চেইনাই সুধিলে, কেনে পাইছাহে পৰাশৰ?

পৰাশৰে কোনো কথাকেই বিশেষভাৱে নাভাবে। ভৱাৰ কোনো তাগিদাও অনুভৱ নকৰে।

দেখিছুইতো। তোৰ একা?

মইতো এটা ঢেঁকী। স্বৰ্গলৈ গ'লেও ধানেই বানিম। তুমি কিন্তু ব্ৰাহ্মণৰ পুত্ৰ।

ব্ৰাহ্মণৰ পুত্ৰ হ'লে কিবা বেলেগ কাম কৰিব লাগে নেকি? পৰাশৰে কোনো আমোদ নোপোৱাকৈ স্বগতোক্তি কৰিলে।

কৰা উচিত। কাৰণ তুমিতো হাল নোবোৱা বা ভাৰ নাদাঙা।

কি কৰিম?

বাঃ, বেছতো পলাই আহিছিলা, পালানে মুক্তি? তোমাক এটা খাটি কথা কওঁ পৰাশৰ, বেয়া নাপাবা। মই মূৰ্খ আৰু একপ্ৰকাৰ নিৰ্বোধেই। চাবলৈ গ'লে 'ক'ৰ কাণডালো দিব নাজানো। মানুহে মুক্তি পাবলৈ হ'লেও নিজকে তাৰ বাবে তৈয়াৰ কৰি ল'ব লাগে। পাঁচ বছৰ আগেয়ে তুমি আৰু মই বহু কথা জনা নাছিলো, আছিলো অল্পমতি। এতিয়া ঠেকা খাই খাই কিছু যেন বুজা হৈছো। মুক্তি বোলা

কথাষাৰ হয় মিছা, নহ'লে বৰ কঠিন। আমি বহু ভুল কৰিলো। আমি যি পথে আছিলো তাত কেৱল কাঁইট। এতিয়া অন্ততঃ কিছু আত্মশুদ্ধি কৰা উচিত। বিশেষকৈ তুমি।

কেৱল মই কিয়? তই কিয় কৰিব নালাগে?

তুমি কিছু বিদ্যাশিক্ষা লাভ কৰা উচিত। অন্ততঃ দেৱভাষাটো—

তই কি কৰিবি?

তোমাক পৰাখিনি সহায় কৰিম।

কেনেকৈ শিকিম?

সেই দায়িত্ব মোৰ।

তয়েই গুৰু হবি নেকি?

ছিঃ ছিঃ, তেনে কথা মুখলৈ আনিছা কিয়? মই যৌ যৌ নবকত পাঁচিবলৈ যাম এনে কৰ্ম কৰি?

তেন্তে?

মন্দিৰৰ ওচৰত টোল আছে। তাত দেৱভাষা শিকোৱা পণ্ডিত আছে। এজনৰ নাম উপাশ্ৰয়। বৰ উদাৰ মানুহ। দুদিনমান তেওঁৰ গৃহকৰ্ম কৰি দিছিলো প্ৰভুৰ নিৰ্দেশত। তেওঁক কাকুতি কৰিলে নিৰাশ নকৰিব নিশ্চয়।

মই এইবোৰ কৰিব নোৱাৰো চেইনা। মোৰ কোনো উৎসাহ নাই। লিখা-পঢ়া কৰাৰ আৰু ধৈৰ্য মোৰ নাই। চাৰ্কাছৰ বহুৱা কৰোতেই মগজুত এসোপা গোবৰ সোমাই গ'ল।

তুমি আলবৎ পাৰিবা, পাৰিবই লাগিব।

ব'ল, বৰং আমি কিবা প্ৰকাৰে ঘৰলৈ ঘূৰি যাওঁ।

হঠাৎ এই ভাৱনা?

অ, যাবলৈ মন গৈছে। মনটোৱে কৈছে— হে মন, আৰু জংঘল-বন নহয়, তই ঘূৰি যা তোৰ নিজা মাটিলৈ।

চোৱা পৰাশৰ, আমি ঘূৰি যোৱাটো সাংঘাতিক এটা কঠিন কাম নহয়, কিন্তু এই অৱস্থাত ঘূৰি গ'লে মানুহে আমাক নিন্দা কৰিব। কিন্তু তুমি যদি অলপ হ'লেও

পণ্ডিত হৈ যাব পাৰা, তাতে কাশীৰ পৰা, গাঁওৰ মানুহে তোমাক সন্মান কৰিব। বৰং ক'ব— তোমাৰ গৃহত্যাগ সফল হৈছে। তুমি এক মহৎ উদ্দেশ্যত সিদ্ধি লাভ কৰিছা। এই মন্দিৰত ভোগ আৰু ফলমূল খাই পেট প্ৰবৰ্তন কৰাটোৱেই জীৱনৰ শেষ কথা হ'ব নোৱাৰে।

পৰাশৰৰ হৃদয়-কপাট বন্ধ আছিল। লাহে লাহে খুলি গ'ল। চেইনাৰ বুদ্ধিৰ কশাঘাতত। খোলা বাতায়নেৰে লাহে লাহে সোমাই আহিল প্ৰজ্ঞাবোধৰ সমীৰণ। আত্মোপলব্ধিৰ চৈতন্য-ভূমিত মুমূৰ্ষ কোৰক সঞ্জীৱিত হ'ল বিমৃশ্যকাৰী বিজৃম্ভনৰ বাবে।

পিচদিনা ব্ৰহ্মপুৱাতে চেইনা আৰু পৰাশৰ উপগত হ'ল পণ্ডিত উপাশ্ৰয়ৰ দ্বাৰত। ৰাখিলে সকাতৰ সনিৰ্বন্ধ নিবেদন।

পৰাশৰে উপাশ্ৰয়ৰ চৰণাৰবিন্দ স্পৰ্শ কৰিলে। চেইনাই দূৰৰ পৰা প্ৰণিপাত।

উপাশ্ৰয়ে তেওঁৰ প্ৰিয় স্তোত্ৰ আওৰাই আশীৰ্বাদ কৰিলে। প্ৰাৰ্থনা মঞ্জুৰ। তেওঁ পৰাশৰক সম্ভৱপৰ সকলো শিকাব। কিন্তু শিষ্যৰ একান্ত ভক্তি থাকিব লাগিব গুৰুৰ প্ৰতি। যস্য কস্য ন দাতব্যং ব্ৰহ্মজ্ঞানং সুগোপিতং। যস্য কস্যাপি ভক্তস্য সদ্‌গুৰুস্তস্য দীয়তে॥

থাকিব প্ৰভু। চেইনাই পৰাশৰৰ হৈ প্ৰতিশ্ৰুতি দিলে। সেইদিনাৰ পৰাই আৰম্ভ হ'ল দেৱভাষাৰ আদিপাঠ।

মন্দিৰৰ নিৰ্দিষ্ট কাম শেষ হ'লেই চেইনাই ঢাপলি মেলে পৰাশৰৰ ওচৰলৈ। উদ্দেশ্য— পৰাশৰে নিয়মিত মনোযোগেৰে আদ্য-শিক্ষা লাভ কৰিছেনে নাই তাক জনাটো। পৰাশৰৰ গা এৰা দিয়া স্বভাৱ চেইনাৰ অবিদিত নহয়।

পৰাশৰে ত্ৰুটি নকৰা দেখি চেইনা আশ্বস্ত হ'ল।

পৰাশৰৰ বেশ-ভূষা, কথা-বতৰা, আচাৰ-ব্যৱহাৰত সাধকৰ পৰিমাৰ্জ্জিত ৰূপ দেখি চেইনা মুগ্ধ। বন্ধুৰ জীৱন সফল হ'লে, তেওঁ সমাজত সন্মানিত শিৰোমণি বুলি অভিনন্দিত হ'লে চেইনাৰ গৰ্বৰ শেষ নাথাকিব। যি জ্বালাই চেইনাক পাঁচটা বছৰে অহৰহ পীড়ন কৰি সীমাহীন মনোকষ্ট দিছে, সেই তীক্ষ্ণ দাহৰপৰা তাক মুক্তি দিব পাৰিব কেৱল পৰাশৰৰ ধীমান শ্ৰেষ্ঠত্বই। চেইনাই নিজৰ ভুল ক্ষমাহীন বুলি ভাবে। সেইদিনা তজোৰ বঞ্চিত পৰাশৰক সাৰথি নিদিয়া হ'লে হয়তো পৰাশৰৰ জীৱন বেলেগ পথত থাকিলহেঁতেন। চেইনাই নিজকে অপৰাধৰ অংশীদাৰ বুলি ভাবে।

এদিন পৰাশৰে ক'লে, বৰ কষ্ট পাইছো চেইনা।

চেইনাই গুৰুত্ব নিদিয়াৰ ভাও দি সুধিলে, কষ্ট? কিহৰ কষ্ট?

পাঠবোৰ বৰ টান লাগিছে। মুখস্থ নাথাকে। নানা ভাবৰ উদয় হয়। হৃদয়ঙ্গম নহয়। অথচ গুৰুদেৱ এই ক্ষেত্ৰত বেছ নিষ্ঠুৰ। সামান্য হীন-ডেঢ়িও সহ্য নকৰে।

ছাত্ৰৰতো অধ্যয়নেই তপস্যা- মহৰ্ষি প্ৰেমানন্দই শিষ্যক তেনেকৈ কৈ থকা শুনো।

তইতো মোক পণ্ডিত নকৰালৈকে নেৰ।

এৰা, পৰাশৰ। তুমি পণ্ডিত হ'লে মৰালৈকে তোমাৰ ভৰিত পৰি থাকিম। তুমি মনোবল টুটাই নিদিবা মাত্ৰ। আমাৰ গাঁওত টিকনিত ফুল বন্ধা পুৰোহিত আছে, পণ্ডিত কিন্তু নাই। ভালকৈ জবাকুসুম মন্ত্ৰটোকে মাতিব নাজানে। বিয়া-বাৰুত মুখৰ ভিতৰতে বিৰবিৰাই বীল কাটে। শূদ্ৰিৰ শ্ৰাদ্ধ-বিদ্ধতো কথাই নাই। কোচবিহাৰৰ মহেন্দ্ৰ যোদ্দাৰে বিচাৰি বিচাৰি পুৰোহিত পাইছিল উদয় শৰ্মাক। সি মৰা গৰু একো নাজানিছিল। বলিৰহে পঠা যেন। কাবোবাৰ মুখত শুনিছিলো সি হেনো বুৰ্বক বাঙালী যজমানক শ্ৰাদ্ধত এনেকৈ মন্ত্ৰ মাতি ঠগিছিল 'অ'ত দে ত'ত দে বাপেৰৰ মুখত হাগি দে'। চালা হুদুটোৱে দেৱভাষাতো বাদেই উত্তৰবংগৰ ৰাজবংশী ভাষাও নাজানিছিল।

পৰাশৰে ঢেকঢেকাই হাঁহি দিলে। বহুদিনৰ মুৰত ৰগৰহে পালে যেন।

তুমি যেন তেনেকৈ যজমানী নকৰা। পাপে চুব। চেইনাই সতৰ্ক কৰি দিলে।

মইতো দোনাটোকে কাটিব নাজানো। যজমানী কৰিম কেনেকৈ?

মই মৰি গ'লো নেকি?

তই দোনা কাটিব জান?

কি বৰ টান কামডাল?

কুশৰ আঙঠি বান্ধিব জানিবি?

সেইটো বামুণৰ কাম। মই বাৰু তোমাৰ চাউল-দাইলৰ সিধাৰ ভাৰী হ'ম।

ধেৎতেৰি! যজমানী কৰিবলৈ আদ্য-মধ্য পঢ়িব লাগেনে?

লাগিবতো। সকলো কামতে নিয়মৰ কথা আছে।

আজিকালি দেখোন তই ঘৰলৈ যোৱাৰ নামকে নকৰ?

কৰিব লাগে কিয়? তুমিতো ঘৰলৈ ঘূৰি যাবা বুলি ওলাই অহা নাছিলা।

কিন্তু ঘূৰি যাবলৈ মন গৈছে। ভাই তিনিটা বা কেনে আছে? পিতা-আইৰ গা বৰ ভাল নাছিল। তোৰ মাৰবো নাছিল। কাৰ বা কি হ'ল?

যি হ'বৰ হ'ব। সব ভগৱানৰ লীলা।

মোৰ বৰ বিৰক্তি লাগিছে।

দুটা বছৰ গ'লেই। উপাধিতো পাছ কৰি লোৱা। চোৱা, তোমাৰ এটা পাতি-পইচাৰো খৰচ নাই। টোলত মাচুল নাই। অধ্যাপকে তোমাক বিশেষভাৱে পঢ়াত সহায় কৰিছে। আৰু এটা বছৰ কষ্ট কৰা।

কবিৰাজী শিকিলে কেনে হয়?

তোমাৰো যে কথা! ক'ত আগ, ক'ত গুৰি! হামুদিস্তা মাৰিব লাগিব। কিন্তু হঠাৎ তোমাৰ মনত কবিৰাজী শিকাৰ চখ উপস্থিত হ'ল কেনেকৈ?

গুৰুৰ খুৰাক এজন ডাঙৰ কবিৰাজ। তেওঁ গুৰুৰ ওচৰলৈ প্ৰায়েই আহি থাকে। মোগলচৰাইত তেওঁৰ ডাঙৰ ঔষধালয় আছে। মোক এদিন তাঁলৈকে লৈও গৈছিল। সুধিছিল— কবিৰাজী শিকাৰ ইচ্ছা আছে নে নাই?

কি ক'লা?

একো উত্তৰ নিদিলো। তোক নুসুধি কোনো কাম নকৰো।

তুমি এটা কামতে লাগি থাকা পৰাশৰ।

চেইনাৰ কথাত ফুটি উঠিল আদৰ্শৰ সুৰ।

মোৰ কোনো কামেই বেছিদিন ভাল নালাগে। বৰ দুখেৰে ক'লে পৰাশৰে।

তুমি মুক্তিৰ সপোনকে দেখি থাকা নেকি?

নাই, নেদেখো।

অ, নেদেখাই ভাল।

## ॥ পাঁচ ॥

গুৰু উপাশ্রয়ে এদিন ৰাতি বিনা জাননীত চকু মুদিলে। টোপনিতে তেওঁ লোকান্তৰিত হ'ল। সমগ্ৰ বাৰাণসীৰ বাবে এই বাতৰি হৃদয় বিদাৰক, মৰ্মান্তিক। গুৰু প্ৰেমানন্দৰ পিচতেই মহাত্মাকুলত আছিল তেওঁৰ স্থান। বৈদিক শাস্ত্ৰত তেওঁৰ জ্ঞান আছিল সমুদ্ৰতকৈও গভীৰ, বুৎপত্তি আছিল হিমালয়ৰ সুউচ্চ মৌলিকতকৈও ওখ। অকৃতদাৰ এই সাধু ব্যক্তি আছিল বিমৃশ্যকাৰী দৰ্শনৰ প্ৰতীক আৰু শিষ্যৰ সুগভীৰ প্ৰেৰণাৰ মহিমামণ্ডিত উৎস। শোকত ভাগি পৰিল শত-সহস্ৰ মানুহ।

অবিশ্বাস্য ঘটনা।

ডাক্টৰ, কবিৰাজ আহিল অগণন।

কৰোনাৰী থ্ৰম্বছিছ- ডাক্টৰে নিৰ্ণয় কৰিলে।

ইড়া- পিংগলাৰ পতন — কবিৰাজে সমিধান দিলে।

চিতা জ্বলা সন্ধিয়া বিশ্বনাথ মন্দিৰৰ আৰতিও বন্ধ হ'ল। কেৱল জ্বলিল প্ৰদীপেই প্ৰদীপ।

মণিকৰ্ণিকা লোকে- লোকাৰণ্য।

বাৰাণসীৰ ৰাজপথত শোভাযাত্ৰা। যান-বাহন আপোনা-আপুনি স্থবিৰ হৈ গৈছে।

চেইনাই ওৰেটো দিন কেৱল কান্দিলে। পৰাশৰ নিৰ্বাক, নিস্তব্ধ। ইমান দুখৰ মাজতো তাৰ মনত সুখৰ এক লুকাভাকু। গুৰুৰ প্ৰয়াণৰ দোহাই দি অন্ততঃ অধ্যয়নৰ বোজা কান্ধৰপৰা আঁতৰাব পাৰিব।

শ্মশানৰপৰা শেহনিশা উভতি আহোতে পৰাশৰেই আগভাগ লৈ চেইনাক ক'লে, আৰু মোৰ পঢ়াৰ ইচ্ছা নাই চেইনা।

সেই কথা ক'বা বুলি মই আগেয়েই জানিছিলো। পৰাশৰ, তুমি বৰ অস্থিৰ মনৰ মানুহ। তোমাৰদ্বাৰা বহু কামেই সম্ভৱপৰ নহয়। কিন্তু এইবাৰ তোমাক মই বাধা নিদিও। তুমি যোৱা।

তই নাযাব? পৰাশৰৰ কণ্ঠ কঁপি উঠিল। চেইনাক এৰি সি থাকিব নোৱাৰে।

তুমি বিচাৰিলে যাবই লাগিব। কিন্তু আজি মোৰ বৰ দুখ লাগিছে। তুমি আধৰুৱা হৈ ৰ'লা। নাজানো ভৱিষ্যতে তুমি পূৰ্ণতা পোৱা নে নোপোৱা।

চেইনাৰ কথাই সত্য হ'ল।

যেন শিলত উৎকীৰ্ণ গভীৰ শৈল্পিক ৰেখা।

পৰাশৰ ঘূৰি আহিল গাঁওলৈ। গাঁওৰ মানুহে তাক বিশ্বাস কৰিবলৈ টান পালে। মাতৃ সুমতি পুত্ৰশোকত হিয়াত চপৰিয়াই চপৰিয়াই সিপুৰী পালে। পিতৃ দক্ষিণাৰঞ্জন হঠাৎ অন্ধ হৈ গ'ল। ভাই-ককাই বেলেগ হ'ল। পিতৃৰ দায়িত্ব ল'লে নিজ ভাগত পোৱা মাটিৰ এটা অংশ এৰি দিবলৈ সৰুটো ভায়েক মান্তি হ'ল। কিন্তু পৰাশৰৰ ক'ত আছে সেই ক্ষমতা?

চেইনাই ক'লে, হতাশ নহ'বা পৰাশৰ। জীৱনত বাচি থকা দিনকেইটাতো যুদ্ধৰেই দিন। তুমি এই দায়িত্ব লোৱা। মই জানো তোমাৰ হাতত অৰ্থ নাই। মোৰ সামান্য আছে। মোৰো আই গুচি গ'ল। মোৰ ভেঁটিত মই এটা ঘৰ বান্ধো, তুমিও এটা বান্ধা। পিতৃ-মাতৃক হেনস্থা নকৰিবা। পাপে চুব। মই তোমাক যজমানৰ ব্যৱস্থা কৰি দিম। কাম কৰি খালে মানুহ নমৰে। কিন্তু তুমি আৰু এটা লেঠা চপাব লাগিব।

কি? পৰাশৰৰ বুকুত কেৱল ভয়।

তুমি সংসাৰ কৰিব লাগিব।

কি?? পৰাশৰৰ মূৰত যেন বিনামেঘে বজ্ৰ খহি পৰিল।

ভয় নকৰিবা। নহ'লে তুমি যি মানুহ, তোমাৰদ্বাৰা পিতৃৰ দায়িত্ব লোৱাটো সম্ভৱপৰ নহ'ব। তুমি ৰান্ধি-বাঢ়ি তেওঁক খুৱাব নোৱাৰিবা। শূদ্ৰিৰ নোহোৱাহেঁতেন সেই কাম হেলাৰঙে মই কৰিলোহেঁতেন। কিন্তু বাকী সহায় যিমানখিনিলৈকে পাৰো মই কৰি গৈ থাকিম।

তই সংসাৰ নকৰ নেকি? তই নকৰিলে ময়ো নকৰো।

মই পিচত কৰিম। তুমি আগেয়ে এই কাৰণেই কৰিব লাগে— কাৰণ তোমাৰ কান্ধত পিতৃৰ দায়িত্ব আছে। তেওঁ কেৱল বুঢ়াই নহয়, অন্ধও। তুমি নিজৰ কাৰণে এই কাম নকৰিলেও পিতৃৰ কথা ভাবি কৰিব লাগিব। পৰাশৰ, তুমি ভাবি চোৱাচোন, অতি কম সময়ৰ ভিতৰতে গাঁওৰ মানুহবোৰ কেনেকৈ সলনি হৈ গ'ল। তোমাক কোনেও ক্ষমা নকৰিলে। তোমাৰ ছাঁটোকো আনকি অইন নালাগে তোমাৰ ভাই-ককাইয়েও সহ্য নকৰা হ'ল। মানুহে তোমাক দেখিলে ঘিণায়, মোক দেখিলে থুৱায়। অপমান মোৰ গাত নালাগে; কিন্তু তোমাক কোনোবাই নিন্দা কৰা দেখিলে মই সহ্য কৰিব নোৱাৰো। তুমি কিছু হ'লেও বিদ্যা-শিক্ষা পালা, এতেকে তুমি হেলাৰঙে ধৈৰ্য ধৰি বিপদৰ মাজতো উত্তীৰ্ণ হ'ব লাগিব।

বিয়া কৰালে পৰিবাৰক মই কেনেকৈ খুৱাম? মোৰ কি সম্বল আছে? তোৰ বাহিৰে সকলোৱেই মোক এৰিলে। আনকি সহোদৰ সকলেও বুঢ়া অন্ধ পিতৃৰ দায়িত্ব মোৰেই কান্ধত জাপি দি পাপৰ পৰাচিত কৰাবলৈ বিচাৰিছে।

এয়েই তোমাৰ অগ্নিপৰীক্ষা, চেইনাই সাহস আৰু অভয় দান কৰি ক'লে, তুমি যদি কাপুৰুষ নোহোৱা জীৱনৰ প্ৰকৃত কৰ্তব্য কৰি যাব লাগিব। চিন্তা নকৰিবা। এটা পথ আছে। মই কাৰোবাৰ ঘৰত তোমাৰ বাবে বান্ধা খাটিম।

চেইনা! পৰাশৰৰ দুচকুত আবেগৰ প্লাৱন।

পৰাশৰ?

চেইনা! চকুলোৰে পৰাশৰৰ দুগাল তিতি গৈছে।

মই যজমানৰো খবৰ লৈছো। বিপদ ক'ত জানা— ওচৰ-পাজৰৰ পুৰোহিতবোৰে তোমাৰ নামত কুৎসা ৰটনা কৰি ফুৰিছে। তুমি হেনো প্ৰকৃত বামুণেই নোহোৱা, কাৰণ তুমি বামুণৰ শ্ৰেষ্ঠ পৰিচয় লগুণডালকে অপমান কৰিছা। কাশীৰ বিদ্যা হেনো কেৱল ভণ্ডামি। ময়ো ভুল কৰিছিলো তোমাক পণ্ডিত হিচাপে পাবলৈ বিচাৰি। মূৰ্খ আৰু স্বাৰ্থপৰ মানুহে পাণ্ডিত্য কি বুজি নাপায়। মানুহ বৰ নীচ হয়, বিশেষকৈ বৃত্তিগত স্বাৰ্থৰ কথা সাঙোৰ খালে। সম্ভৱতঃ এই অঞ্চলত তুমি পেট প্ৰৱৰ্তাব পৰাকৈ যজমান পোৱাৰ আশাও ক্ষীণ। মই কেবাজনো ব্ৰাহ্মণৰ হতুৱাই ঠায়ে ঠায়ে কৈ চাইছিলো, কোনেও বিশেষ গুৰুত্ব নিদিলে। ভাৰ্গৱ পুৰোহিতেতো চাফ চাফ নাকৰ আগতেই কৈ দিলে— তোমাক সংগী কৰিলে দুদিনতে তেওঁৰ যজমানৰ সংখ্যা আধালৈকে নামিব।

মই যজমানী নকৰো চেইনা। গভীৰ ক্ষোভেৰে পৰাশৰে ক'লে, তাতকৈ টাউনত চাহৰ দোকান দিম। তই মোক দহটামান টকা দিবি। মই বজাৰত চাহ বনাই বিক্ৰী কৰিম।

কৈছা কি?

ঠিকেই কৈছো। তই দহ টকা দিবিনে? টকা তোক ঘূৰাই দিম।

পৰাশৰে হাট-বজাৰত চাহ বিক্ৰী কৰাত লাগিল। হাটখোলাত সপ্তাহত দুদিন হাট বহে। কেইকাপমান চাহ বিক্ৰী হয়। গ্ৰাহকে বাকীত বিচাৰে। বাকী দিবলগীয়াও হয়। বাকী সাধিলে পিচত দিম বুলি কয়। নিদিয়ে। পৰাশৰে সামান্য দুকাপ চাহৰ পইচাৰ বাবে কাজিয়া কৰিব নোৱাৰে। সেই মনোবৃত্তি তাৰ নাই।

চাহ বেচা বন্ধ হ'ল।

চেইনা গোলাপ মহাজনৰ ঘৰত বান্ধা হ'ল।

পৰাশৰে হামুদিস্তাৰ আশ্ৰয় ল'লে। ভগৱান কবিৰাজৰ শৰণাপন্ন হ'ল। কবিৰাজে তাক আধা ৰাতিলৈকে মকৰধ্বজ, শুভ্ৰপাৰ্বতীৰ অনুপান খেতেলিবলৈ দিলে, অশোকাৰিষ্ট- দ্ৰাক্ষাৰিষ্ট বনাবলৈ শিকালে, দুবেলা দুসাজ আধাপেটিকৈ খাবলৈ দিলে, কিন্তু বেতনৰ নাম এদিনলৈকে নল'লে।

শিক্ষা- নবীচৰ আকৌ কিহৰ বেতন?

ইতিমধ্যে পৰাশৰে বিয়া কৰাইছে। আঠ বছৰত প্ৰথম দুটা সন্তানৰ অকাল মৃত্যু ঘটিছে। তাৰ পিচত প্ৰথমা পত্নী পাৰ হৈছে। অন্ধ পিতৃয়ে তথাপি হাড় পেলোৱা নাই।

পৰাশৰে হৰিদেৱ গোস্বামীৰ গেলামালৰ দোকানত মাল জুখিছে। বেতন মাহে দুটকা। কবিৰাজী শিক্ষানবীচীত ছাই-ভস্ম।

দ্বিতীয় দাৰ তেওঁ গ্ৰহণ কৰিছে। পত্নীৰ নাম সৰোজিনী। পৰাশৰৰ বয়স তেতিয়া দুকুৰি পাঁচ। তেওঁৰ দ্বিতীয়া পত্নীয়ে প্ৰথম সন্তান প্ৰসৱ কৰিছে। তাৰ নাম অতুল। অন্ধ পিতৃৰ জঁকাময় দেহৰ বয়স তেতিয়া অষ্টাশী।

চেইনাই এদিন পৰাশৰক ক'লে, তোমাক কওঁ কওঁ বুলিও কথা এটা কোৱা নাই।

পৰাশৰ অতি উৎকণ্ঠিত হ'ল। চেইনাক তেওঁ জীৱনৰ পৰম অৱলম্বন বুলি জ্ঞান কৰে। চেইনাৰ কথা কোৱাৰ ভঙ্গীত এনে এক আড়ষ্টতা আৰু বিষাদৰ সুৰ আছিল যে পৰাশৰৰ অন্তৰাত্মা কঁপি গ'ল।

ইমান ভণিতা যে কৰিছ, কথাটোনো কৈয়েই নেপেলাৱ কিয়?

তুমি চিন্তা নকৰা বুলি কথা দিয়া।

পৰাশৰৰ বুকুত সাতো সাগৰৰ ঢৌ।

পৰাশৰ, তোমাৰ কথা উপেক্ষা কৰিব নোৱাৰিময়ো সংসাৰ পাতিলো, তাকো বহু পলমকৈ। কেঁচুৱাটো জন্ম দিয়েই মাকো গ'ল। মোৰো যদি কিবা এটা হয়, তাক তুমি চাবা। তোমাৰ বোজা এটা বাঢ়িব। বৰ কষ্ট হৈছে তোমাৰ কথা ভাবি। তোমাৰ নিজৰে দুসাজ নিমিলা অৱস্থা।

চেইনাৰ চকুত এই প্ৰথম চকুলো দেখিলে পৰাশৰে। এই দৃশ্য দেখি পৰাশৰৰ ভুবন টলমলকৈ কঁপি উঠিল।

ভীষণ ক্ৰোধত পৰাশৰে চেইনাক সাৱটি ধৰি চিৎকাৰ কৰিলে, তোৰ কি হৈছে নকৱ কিয়? নকৱ যদি মোৰ মূৰত আগেয়ে টাঙোনেৰে কোবাই ল।

চেইনাৰ দুৰ্বল মুখমণ্ডল উদ্ভাসিত হৈ উঠিল এক পবিত্ৰ হাঁহিৰে।

মই জানো, চেইনাই সবল কণ্ঠেৰে ক'লে, তুমি মোক বৰ ভালপোৱা, বহু বছৰ সুখে-দুখে ছাঁৰ দৰে আছোতো। বহুবাৰ জোলোকা-জোলোকে পানী খায়ো আমি নাৱৰ টিং এৰা নাই।

আচল কথাটো ক। পৰাশৰৰ ধৈৰ্যচ্যুতি ঘটিছে।

ধেৎ, তুমি অনাহকতে বেছি উতলা হৈছা। মোৰ তেনেকৈ বিশেষ একো হোৱা নাই। মাজে মাজে বুকুখন বিষায় মাত্ৰ। কাম-বন কৰিবলৈ তেনেকৈ বল-শকতি নাপাও। বৰকৈ ভাগৰ লাগে।

তই কথা লুকুৱাইছ। সঁচা কথা ক। পৰাশৰে ধমকি দিলে।

চেইনা খন্তেক মনে মনে ৰ'ল।

তাৰপিচত ক'লে, তুলি উত্তৰবংগলৈ যোৱা। তাত অশোকবাৰী নামে এখন ঠাই আছে। বীৰপাৰাৰপৰা দহ মাইল উত্তৰে। বাৰোবাধা নদীৰ পাৰত। দুদিনমান আগেয়ে বগলা পুৰোহিতৰ লগত টাউনত মোৰ দেখা হৈছিল। তেওঁ মাখিবাহাৰ মানুহ। দুই পুৰুষ ধৰি তেওঁলোকে অশোকবাৰীত টোল আৰু যজমানী সমানে চলাই আহিছে। বগলা পুৰোহিত নিঃসন্তান, বেছ বুঢ়াও হৈছে। ভাল মানুহ এজন পালে তেওঁ সমস্ত গতাই দি মাখিবাহালৈ ঘূৰি আহিবলৈ বিচাৰে। তোমাৰ কথা ক'লত আনন্দত জাপমাৰি উঠিল। ৰে'লৰ টিকট নকটা হ'লে তেওঁ নিজেই আহি তোমাক লৈ গ'লহেঁতেন। কোৱা, তুমি যাবা? প্ৰথমে অকলেই যোৱা। যদি ভাল লাগে যজমানী কৰিবা, টোলতো পঢ়ুৱাব পাৰা। অন্ততঃ বাঁচি থকাৰ পথ এটা ওলাব। যদি তুমি যাওঁ বুলি কোৱা, মই তোমাক আচল কথাটো ক'ম।

পৰাশৰ ভয়াবহ দোমোজাত পৰিল। নাৱত উঠিলেও বুৰে, নুঠিলেও বাঘে খায়।

হ'ব তোৰ কথা ৰাখিম।

চেইনাই এটা গভীৰ সন্তুষ্টিৰ হাঁহি মাৰিলে।

এতিয়া মই শান্তিত শুব পাৰিম, আনকি মৰিবও পাৰিম। শুনা, মোৰ বুকুখন আজিকালি বৰকৈ বিষায়। এদিন নে দুদিন কাঁহোতে তেজো পৰিছিল। চিন্তাৰ কোনো কাৰণে নাই, দাৱাই-পাতি খাইছো। তুমি কাইলৈ অশোকবাৰীলৈ গুচি যোৱা।

পৰাশৰ অশোকবাৰীত থাকোতেই মোৰ পিতৃদেৱ চেনিৰাম দাস পৰলোকপ্ৰাপ্ত হ'ল। তেওঁৰ মৃতদেহ পঁজাটোৰ সৈতে জ্বলাই দিয়া হ'ল।

ইয়াৰ পিচৰপৰাই পৰাশৰৰ লগত মোৰ সম্পৰ্ক।

॥ ছয় ॥

অশোকবাৰীতেই মোৰ শৈশৱ আৰম্ভ হৈছিল, আনকি কৈশোৰৰো এছোৱা। সেই সময় সোণালী হৈছিল পৰাশৰ নামৰ ত্যাগী মানুহজনৰ স্নেহ স্পৰ্শত।

তাৰ পিচত তেওঁ মোক গাঁওৰ ঘৰলৈ লৈ আহিল। ইতিমধ্যে অতুলৰ পিচত ক্ষেমনা, নিৰু, বিলীনাৰ জন্ম হৈছে। অতি কষ্ট আৰু সীমাহীন দাৰিদ্ৰ্যৰ মাজতো পৰাশৰ পাচ হুঁহুকি যোৱা নাই। তেওঁ মোৰ শিক্ষাৰ যত্ন লৈছে। মই কলেজৰ শেষ সীমা পাৰ হৈছো।

পৰাশৰ বেছি সময় থাকে অশোকবাৰীত। যজমানীৰ সামান্য আয়ৰ সিংহভাগ ঘৰলৈ পঠিয়ায়। ফলত তেওঁ চিৰা-মুড়ি খাই দিন নিয়ায়। পিত্তক তেওঁ বেমাৰ বুলি নাভাবে। ক্ষুধা তেওঁৰ বাবে কোনো তাড়ণা নহয়।

বাৰোবাধা নদীৰ পাৰত তেওঁ টোল-সংলগ্ন এটা জুপুৰি ঘৰত থাকে। দৃষ্টিশক্তি টুটি আহিলেও তেওঁ ডায়েৰী লিখে। যজমানৰ লগত গঢ়ি উঠা অন্তৰংগ সম্পৰ্কৰ কথাই লিখে বেছি।

জীৱনৰ ব্যৰ্থতাৰ কথা তাত নাই। নাই মুক্তিৰ কথাও। অতুলক তেওঁ ভাল পাইছিল, ক্ষেমনা আছিল অতি প্ৰিয়। কিন্তু সিহঁতৰ সলনি তেওঁ লিখিছে চেইনাৰ কথা। মোৰ কথা।

অতুল মৰোতেও তেওঁ কন্দা নাছিল।

মোৰ এবাৰ টান নৰিয়া হওঁতে তেওঁ অভুক্ত থাকি সাতদিন সাতৰাতি পৰ দিছিল। তেওঁ মোৰ অৱস্থা দেখি চকুপানী টুকিছিল, মোৰ স্পষ্ট মনত আছে।

মই অশোকবাৰীত।

তেওঁ তীৰ্থ-যাত্ৰালৈ ওলোৱাৰ আগেয়ে বাংলা গামোচাৰ টোপোলাত পঞ্জিকা আৰু কেবাখন ডায়েৰী বান্ধি থৈ গৈছিল। তাৰ মাজত আছে অসংখ্য চিঠি।

ডায়েৰীৰ পাত লুটিয়াইছো।

এঠাইত দাগ দিয়া আছে। ১৯৯২ চনৰ ২০ আগষ্ট।

আজি অতুল মৰিল।

মৰি সি ভালেই কৰিলে, কাৰণ তাৰ পথ বাচি থকাৰ পথ নাছিল। সি আত্মঘাতী পথ লৈছিল। মানুহক মৰাৰ অধিকাৰ তাৰ নাই, বিপ্লৱ কৰাৰ বহু উপায় আছে।

ক'তো ক্ষেমনাৰ কথা নাই।

১৯৯৪ চনৰ ডায়েৰীখনৰ জুন মাহৰ সোতৰ দিনাংকৰ পৃষ্ঠাত ময়ো এটা কথা টুকি থৈছিলো ঃ

সাংবাদিক হিচাপে যিটো অৰ্ধগলিত দেহ বলাৎকাৰৰ সাক্ষী হিচাপে মৰ্গত পৰি থকা দেখিছিলো, তাক আৰক্ষীয়ে উদ্ধাৰ কৰিছিল ৰেলৰ পৰিত্যক্ত ডবাৰ পৰা মহানগৰীৰ অন্যতম ব্যস্ত অঞ্চল এটাৰ কাষত।

সেইদিনা ক্ষেমনা মোক বিচাৰি ৰে'লেৰে মহানগৰীলৈ আহিছিল।

এই কথা মই আৰু আন কাকো ক'ব নোৱাৰো।

অশোকবাৰীৰ ৰমেশ বাবুৱে ক'লে— ইমানকৈ বাৰণ কৰা সত্ত্বেও পৰাশৰ ঠাকুৰ অকলেই তীৰ্থ কৰিবলৈ গ'ল। দুৰ্গা পূজাৰ সময়ত ঘূৰি অহাৰ কথা আছিল। কালী পূজালৈকেও নহা দেখি আমি ঠাকুৰৰ ঘৰত খবৰ দিলো।

অগণন শুভানধ্যায়ী মানুহে পৰাশৰৰ গুণানুকীৰ্তন কৰিলে। ত্যাগৰ কথা ক'লে।

এত ক'ৰে বললাম ঠাকুৰমশাই সংগে কাউকে নিয়ে যান। না, শুনলেনই না। একাই চলে গেলেন গংগাস্নান কৰতে। সকলোৰে একে কথা। ঠাকুৰ ভিখাৰীৰো আপোন, ঘৰৰ এজন।

হঠাৎ তীৰ্থযাত্ৰা কিয়?

হঠাৎ গংগাস্নানৰ স্বপ্নদৰ্শন কিয়? কৃষ্ণ অষ্টমীত গংগাস্নান কৰিলে হেনো সসাগৰা ভুৱন-সমান পুণ্য অৰ্জন হয়। ঠাকুৰে দুমাহ ধৰি এই দিনটোৰ বাবে নিজকে প্ৰস্তুত কৰিছিল।

অকলে যাব, লগত কাকো নিনিয়ে।

লগত কোনোবা থাকিলে পুণ্যলাভত বাধা।

যাত্ৰা কৰাৰ আগেয়ে সকলোৰে ধাৰ-ঋণ শুজিলে। প্ৰিয়তম সকললৈ লিখিলে দহ-বিছ পৃষ্ঠাৰ চিঠি।

এই প্ৰিয়তমজনক বিচাৰি আৰম্ভ হৈছিল মোৰ দীৰ্ঘ অনুসন্ধান অভিযান।

সফল হৈছিলো। চটেৰহাট আৰু ধূমদাঙ্গি ষ্টেচনৰ মাজত এজন বৃদ্ধৰ এটা মৃতদেহ পোৱা গৈছিল। ৰেলৱে পুলিচে প'ষ্টমৰ্টেমকে আদি কৰি মৃতদেহৰ ছবি পৰ্যন্ত ৰাখিছে। পৰাশৰৰ ছবি। নিৰ্ভুল!

মাত্ৰ সেই কাৰণটোহে জনা নহ'ল।

কিয় মৰিল পৰাশৰ? দুৰ্ঘটনাত?

নে আত্মহত্যা? অভিলষিত মুক্তি?

কোনে উত্তৰ দিব!

মই মাত্ৰ সৰোজিনী খুৰী, নিৰুহঁতক এটা অৰ্ধসত্য কথা ক'ম- তেওঁ পৰম কাঙ্ক্ষিত মুক্তি-পথেৰে গৈ আছে, তীৰ্থে-তীৰ্থে, মহাতীৰ্থে...



## ভস্ম

(পটভূমি ঃঃ বিংশ শতিকাৰ প্ৰথম দশক কেইটামানৰ নামনি অসম)

জীৱন অন্ত্যানুপ্ৰাসিত কবিতাৰ সুষম ছন্দোবদ্ধ ধৰ্ম মানি নচলে; জীৱন মানে আচলতে অহৰহ অশ্ৰুপাত, অবিৰত ভঙা আৰু গঢ়া, জাগৃতিৰ পৰা অন্তিম সুপ্তিলৈ এক মুহূৰ্তৰ বাবেও স্তব্ধ হ'ব নোখোজা এখন মহাৰণঃ তাৰ ক্ষেত্ৰ তিতি যায় নিৰ্জিতৰ চকুপানীৰে, তাৰ আকাশ-বতাহ কঁপি উঠে বিজয়ীজনৰ হৰ্ষোল্লাসেৰে; কিন্তু হাঁহিও যে উচ্ছ্বাস মাথো ক্ষণিকৰ। আনকি সদ্যস্মিত ফুলৰ নগ্ন নিৰ্জনত শেষ বিচাৰত পৰি ৰয় বিশৃংখল পথ-লেখা, অশ্ৰুভাৰ।

কুৰি শতিকাৰ চতুৰ্থ দশকত এই কাহিনীৰ আৰম্ভণি।... মাঘ মাহৰ শুক্লা পঞ্চমী তিথিৰ সেই পুৱাটো তিতি আছিল দোৱোণ-বৰণ কুঁৱলীৰে। গছবোৰ শুই আছিল ঠাণ্ডাত কুঁচি-মুচি। বৰ জাৰ লাগিছিল মাটিৰ। আকাশত এটি ভাগৰুৱা জোন। সত্যকিংকৰে সূতী চাদৰখনেৰে গাটো ভালকৈ ঢাকি-ঢুকি ভূমিশয্যাৰ পৰাই খিৰিকিৰ ওপৰত থকা ক্ষুদ্ৰ গবাক্ষেৰে বাহিৰলৈ ভুমুকিয়াবলৈ চেষ্টা কৰিছিল। গবাক্ষেৰে বাহিৰৰ জগতৰ একো আভাস পাব নোৱাৰি। সমুখত এটা ডাঙৰ মাটিৰ চাকি জ্বলি আছে। ঘিউ কমিছে ঠিকেই, কিন্তু সূৰ্য উদয় হোৱাৰ বহুপৰ পিচলৈকেও ই জ্বলি থাকিব। মাহীয়েক অহনাই কষ্ট কৰি এই চাকিৰ বাবে শলিতা পকোৱা সি দেখিছিল। চাকিটো আগলতি কলপাতৰ ওপৰত পতা আছে। পাতখনৰ সেউজীয়া বৰণ এতিয়াও যেন গছত থকাৰ দৰেই সতেজ হৈ আছে। ৰাতি তাৰ টোপনি নাহিলেই। ডাঙৰ গোসাঁয়ে কৈছিল— বাৰ বছৰীয়া সৰু ল'ৰা, ব্ৰহ্মচাৰীৰ ব্ৰত পালন কৰিলে বুলিয়েই কৃচ্ছ্ৰসাধনৰ সীমা এটা আছে; এতেকে শীত নিবাৰণৰ বাবে সি শুধ বগা কঁথা এখন ব্যৱহাৰ কৰিব পাৰিব। সত্যকিংকৰে কঁথাখন গাত লৈছিল। কেতিয়া যে গাৰ পৰা খহি মাটিত পৰিল সি ক'বকে নোৱাৰিলে। তেনেকৈয়ে শেষ মাঘৰ ৰাতি পাৰ হ'ল। অলপ আগতে কাউৰীয়ে ৰমলিয়াইছে, বাঁহকুঁকা চৰায়েও ডাকিছে। ইয়াৰ এটাই অৰ্থ—ৰাতি পুৱাইছে। মাত্ৰ কুঁৱলী থকা কাৰণে পোহৰ প্ৰসাৰিত হোৱা নাই। সমুখৰ ৰাস্তাৰে ইতিমধ্যে ম'হৰ গাড়ী দুখনো পাৰ হৈছে। ম'হৰ ডিঙিত বন্ধা ঘন্টাৰ শব্দই বেলেগ। ডাঙৰ শব্দ কৰে। এনে গাড়ী সাধাৰণতে বাস্কা অঞ্চললৈ যায়। বাস্কাৰ বিভিন্ন হাটত বেচাৰ বাবে গেলামাল লৈ যোৱা চাৰি-পাঁচজন দোকানী ওচৰৰে তৌমাৰী, হাতীপাৰা, মথুৰাপুৰ আৰু শিয়ালমাৰী গাঁওৰ মহাজন শ্ৰেণীৰ মানুহ। ঘৰৰ অৱস্থা ভাল। মাটি-বাৰীও ঢেৰ। তেওঁলোকৰে বান্ধাবোৰে বাস্কাৰ হাটবোৰত চৰাদামত গেলামাল বিক্ৰী কৰে। হাটৰ পৰা উভতি আহোতে এনে গাড়ীত উলুখেৰ লাদি অনা হয়। সেই গাড়ীও উভতি আহে পুৱাৰাতিহে। ম'হৰ

গলধনত বন্ধা তিনি-চাৰি কিলোগ্ৰাম (তেতিয়াৰ তিনি-চাৰি সেৰ) ওজনৰ প্ৰকাণ্ড ঘন্টাবোৰ ৰজনজনাই বাজি গ'লে শব্দৰ ছন্দ মিলি নোযোৱালৈকে গাঁওৰ বয়স্ক মানুহে কাণ উনাই শুনি শুনি নিজৰ মাজতে কথা-বতৰা পাতিছিল— কাৰ গাড়ী, সেইটো পুৱা খাগ্ৰাবাৰী নে বৰবৰীৰ হাট আছে, ধানৰ মোন কিমান হৈছে ইত্যাদি নানান কথা আৰু তাৰপিচত পুৱাৰ প্ৰতীক্ষা কৰি সুখনিদ্ৰাত বিভোৰ হৈছিল।

এই বিহান পুৱা সত্যকিংকৰেও শুনিছে টিলিঙা বজাই যোৱা ম'হে টনা গাড়ীৰ চকাৰ মাত। শুনিছে কাউৰীৰ কা। কোঁটোহা বাঁহৰ জোপাৰ মাজত থকা বাঁহকুঁকা আৰু ডাউক-ডাউকীবোৰেও দীঘলীয়াকৈ চিঞৰিছে। সত্যকিংকৰে এঙামূৰি ভাঙিলে। তেওঁৰ হামি আহিছিল। পেটটোৱেও আঁৰপাক কৰি উঠিছিল। ভোক লগাটোৱেই ইয়াৰ কাৰণ। কালি সন্ধিয়া হবিষ্যান্ন গিলিছে তেনেই অনাগ্ৰহত। মুখলৈ নিছিল মাত্ৰ কেইগৰাহমান। এই সাতদিনে কেৱল লোণ, ঘিউ, আলু বা বেঙেনা পিটিকা আৰু জহা চাউলৰ ভাত হ'ল হবিচৰ নিৰ্ঘন্ট। হালধি নিদিয়াকৈ সিজোৱা মগুদাইল মুখলৈকে নিবলৈ ইচ্ছা নাযায়। মাহীয়েক অহনাই কাবৌ-কোকালি কৰিও তেওঁক কেইগৰাহমান সৰহকৈ খুবাবলৈ বাধ্য কৰিব নোৱাৰিলে। হাতত গ্ৰাস তোলাৰ মুহূৰ্ততেই মাকলৈ মনত পৰাত সত্যকিংকৰৰ বুকুখন ধহমহাই উঠে। মাহীয়েকে তেওঁক অলপো অনাদৰ বা অৱহেলা কৰা নাই; কিন্তু মাকৰ অস্তিত্বই দিয়া প্ৰশান্তি আৰু নিৰাপত্তাৰ ৰূপেই বেলেগ আছিল। মাক বাচি থকা হ'লেও আজি মাহীয়েকৰ অনুগ্ৰহত আনৰ চোতালত লগুণ ল'বলগীয়া নহ'লেহেঁতেন, আৰু তাৰ পিচত?

তাৰ পিচত? তাৰ পিচত? সত্যকিংকৰৰ ভয়ত শিহৰিত হ'ল। মাক জীয়াই থকা হ'লে আজি ব্ৰত ভঙাৰ দিনাই মহাকে ডাঙৰ গোসাঁইৰ হাতত তেওঁক কোনোদিনে নাম নুশুনা, ভু-ভা নোপোৱা বাৰানসী নামৰ ঠাইলৈ পঠাবলৈ ওলালহেঁতেননে? এই বাৰ বছৰ বয়সত? লাগিলে ডাঙৰ গোসাঁই যিমানে বিশ্বাসী, শুভাকাংক্ষী আৰু পৰিয়ালৰ প্ৰিয়জন নহওক কিয়?

সত্যকিংকৰৰ চকু দুটা তিতি গৈছে। চাদৰৰ আঁচলেৰে তেওঁ দাঁতে-ওঁঠে কামুৰি নয়নযুগল মোহাৰিলে। গোসাঁয়ে ব্ৰহ্মপুৱাতে গায়ত্ৰী পাঠ কৰিবলৈ বাৰে বাৰে নিৰ্দেশ দিছিল। প্ৰচণ্ড ক্ৰোধত 'ওঁম্ ভূৰ্ভুবস্ব' বুলি উচ্চাৰণ কৰিবলৈ লৈ তেওঁ থমকি ৰ'ল। মন্ত্ৰ পাঠৰ আসক্তি অনিশ্চিত ভৱিষ্যতৰ চিন্তাত গভীৰ অনীহালৈ পৰিবৰ্তিত হৈছে। কি হ'ব কিছুমান শব্দ উচ্চাৰণ কৰি? উপনয়নৰ দিনা আৰু তাৰ দুদিনমান পিচলৈকে ত্ৰিসন্ধ্যা জপ আৰু গায়ত্ৰী-মন্ত্ৰ পাঠ নকৰিলে দেহৰ পৰম ক্ষতি হ'ব বুলি ভয় খুওৱা হৈছিল কাৰণে সত্যকিংকৰে বিৰবিৰাইছিল ভুলে-ভালে। সূৰ্যপ্ৰণামকে আদি কৰি 'নৱগ্ৰহ স্তোত্ৰম' মুখস্থ কৰিবলৈ কিছু যত্নও কৰিছিল। দুই

হাতৰ দহোটা আঙুলি বিশেষ মুদ্ৰাত আবদ্ধ কৰি লাভ কৰা ছিদ্ৰেৰে তেওঁ দিবাকৰক প্ৰত্যক্ষ কৰিছিল আৰু উচ্চাৰণ কৰিছিল বীজমন্ত্ৰ-'জবাকুসুমসংকাশং কাশ্যপেয়ং মহাদ্যুতিম্, ধ্বান্তাৰিং সৰ্বপাপঘ্নং প্ৰণতোঽস্মি দিবাকৰম্।' এতিয়া এই মুহূৰ্তত প্ৰায় পাঁচ ফুট উচ্চতাৰ শৰীৰটোৰ সমজোখৰ সমীধডাল তেওঁৰ ভাণ্ডি পেলাবলৈ মন গ'ল। এই সমীধদণ্ড লগুণদিয়নীৰ দিনা তেওঁক অৰ্পণ কৰা হৈছিল। ভৰিত পিন্ধোৱা হৈছিল পৰচুলা লগোৱা পাদুকা। লগত দিয়া হৈছিল ভিক্ষাৰ এটি জোলোঙা। এই জোলোঙা আছিল বাংলা গামোচাৰে বিশেষভাৱে তৈয়াৰ কৰা। সেইখন এতিয়াও শয্যাৰ ওচৰতে পাৰি আছে। তাত লাগি আছে মৰহি যোৱা গেন্ধাই ফুলৰ কিছু পাপৰি। ভিতৰত আছে ভিক্ষা-প্ৰযত্নে প্ৰাপ্ত তণ্ডুলাদি।

তেওঁ থিয় দিয়া মুহূৰ্ততে দুৱাৰৰ বাহিৰত হ্ৰেষাৰবৰ দৰে মহাকৰ মাত শুনা গ'ল, 'সত্য, বোলো উঠিলিনে? সত্য—'

মাতটো শুনি সত্যৰ মগজু আকৌ এবাৰ উতলি উঠিল। অতি নিৰ্দয় বিশ্বনাথ নামৰ তেওঁৰ এই মহাক সম্বন্ধৰ মানুহজন। এই মানুহজনৰ নীচ, আপোনপেটা আৰু স্বাৰ্থপৰ অভিসন্ধিৰ বাবেই সত্যকিংকৰৰ আজি গাঁও এৰি বহু যোজন দূৰৰ কোনোবা বাৰানসী নামৰ ঠাইলৈ যোৱাৰ পথত। ডাঙৰ গোঁসাই সেই ষড়যন্ত্ৰ-যজ্ঞৰ হোতা। মাহীয়েক অহনাৰ মতামতৰ কোনো দাম নাই। মহাকৰ বজ্ৰসম হুংকাৰত সকলো কাঁহ পৰি জীণ যায়।

মহাকে আকৌ চিঞৰিলে, 'হেৰ সত্য, বোলো মৰিলিয়েই নেকি? ইমানকৈ মাতিছো, তেও উঠা নাই যে! নে দুৱাৰ ভাঙিব লাগিব?'

সত্যকিংকৰৰ বুকুখন সামান্য কঁপি উঠিল। মহাক যিহে উগ্ৰ আৰু খঙাল স্বভাৱৰ মানুহ, একেগোৰে দুৱাৰ ভাঙি ভিতৰলৈ সোমাই আহিবও পাৰে। তাৰ পিচত একো বাছ-বিচাৰ নকৰি গৰু পিটাদি তেওঁক পিটিবও পাৰে। আগতে এনে কাণ্ড বহু বাৰ ঘটি গৈছে। মানুহজন ইমানেই হৃদয়হীন যে নিজে কপকপীয়া বৰ-ঘৰত থাকি এই সাতদিনে সত্যকিংকৰক ৰাতি থাকিবলৈ দিছে পিচ চোতালৰ কোঠা এটাত। অতি সাহসী মানুহৰো এনে কোঠাত ৰাতি কটাবলৈ ভয় লাগিব। ঘৰটোৰ কাষৰে পৰা আৰম্ভ হৈছে বাঁহনি, বাৰী আৰু জাৰণি। তাত দিনতে বনৰজা চৰি ফুৰে। ৰাতি লোকৰ চাং- গোহালিকেইবাও আনকি বাঘে গৰু-ছাগলী টানি লৈ যায়। বাঘৰ আক্ৰমণত মৰা মানুহৰ সংখ্যাও চাওঁতে চাওঁতে আঙুলিৰ মূৰত লেখিব নোৱৰা পৰ্যন্ত হৈছেগৈ। এনে বিপদসংকুলতাৰ মাজত সত্যকিংকৰক দলনিত পোনা মেলা দি মেলাৰ সত গ'লহেঁতেননে বাৰু আপোন পিতৃ-মাতৃৰ? ব্ৰততো কোনো অশৌচ নাই; ই বৰং শুচিতা আৰু শুদ্ধিৰে আত্মাক বিচৰাৰ এক মধুক্ষৰিত পথহে।

তথাপি বিশ্বনাথ ভট্টাচাৰ্যই তাক আপদ ভাবি বাঘে নিলেও নিয়ক, দেও-ভূতে নিলেও নিয়ক বুলি (ভাবিয়েই) সীতাক অশোক বনত বিসৰ্জন দিয়া ৰামৰ নিচিনা আগবঢ়াই দিছিল মৃত্যুৰ কাল-উৰগৰ উদ্যত ফণাৰ ওচৰলৈ। সত্যকিংকৰে সেয়ে ক্ৰোধ-দগ্ধ কণ্ঠেৰে উত্তৰ দিলে, 'মৰা বুলি ভাবি বেছ সুখ পাইছা হ'বলা। পিচে এইবেলিলৈ যমে নিনিলে। তোমাৰেই দুখ হওক বুলি। উঠিছো কেতিয়াবাই। তুমি দুৱাৰ ভাঙিব নালাগে।'

কৈয়েই বাওঁ কান্ধত উত্তৰীয়ৰ সৈতে বন্ধা উপবীত আৰু গাৰ ধুতী, চাদৰ ঠিক-ঠাক কৰি সত্যকিংকৰে পৰচুলা লগোৱা পাদুকাত ভৰি দি দুৱাৰমুখলৈ আহি শলখাত হাত থ'লে। খোলাৰ আগতেই আকৌ শুনিলে মহাকৰ কৰ্কশ গৰ্জন, 'দেউ আহিবৰে হ'ল। শৌচাচাৰ, স্নান, অৰ্চনা বাকী আছেই। সেইবোৰ কেতিয়াকৈ কৰা হ'ব? কৈঠালকুছি, বালি, মূৰকুছিৰ পৰা ল'ৰাবোৰ আহি জগন্নাথ গোসাঁইঘৰত কেতিয়াবাৰ পৰাই বৈ আছে। মোক দেখি প্ৰণাম পৰ্যন্ত কৰিব বিচাৰিছিল। বাহী গাৰে থকা বাবেহে এনে পুণ্যাৰ্থীৰ প্ৰণাম লোৱাৰ সৌভাগ্য নহ'ল। উঠ, উঠ আৰু পলম নকৰ। কোচবিহাৰৰ মাথাভাংগাৰ টোলত পঢ়োতে আমি তৃতীয় প্ৰহৰ শেষ হোৱাৰ লগে লগেই টোলৰ নিয়ম মানি প্ৰাত্যহিক শেষ কৰিছিলো। আজিকালি কলিৰ কুলাংগাৰেই বেছি হ'ল।' বিশ্বনাথে উগ্ৰ ভেকাহি মাৰিলে, 'এতিয়া প্ৰাতঃকালীন সূৰ্যাৰ্ঘ্যদানৰ সময় সমাগত... ওঁকাৰস্য ব্ৰহ্মা ঋষিৰগ্নিৰ্দেৱতা, গায়ত্ৰীচ্ছন্দো, মহাব্যাহৃতীনাং প্ৰজাপতিঋষি, প্ৰজাপতিৰ্দেৱতা, বৃহতীচ্ছন্দো গায়ত্ৰ্যা বিশ্বামিত্ৰ ঋষিঃ সৱিতা দেৱতা, গায়ত্ৰীচ্ছন্দঃ সূৰ্যাৰ্ঘ্যদানে বিনিয়োগঃ। ওঁ ভূৰ্ভুবঃ স্বঃ। তৎ সবিতুৰ্ব্বৰেণ্য ভৰ্গো দেৱস্য ধীমহি। ধিয়ো য়ো নঃ প্ৰচোদয়াৎ।'

প্ৰস্ৰাৱ-বেগৰ তাড়নাত সত্যকিংকৰৰ জননেন্দ্ৰিয় স্ফীত হৈ পৰিছিল। তেওঁৰ এনে ইচ্ছা হ'ল যেন দুৱাৰ মেলিয়েই ধুতীৰ পোন্ধ খুলি মহাকৰ শৰীৰত পেচাব কৰি দিব। তেহে যেন পোৱা যাব পৰম শান্তি, নিৰ্বাপিত হ'ব প্ৰতিহিংসা আৰু জিঘাংসাৰ অগ্নি। বাৰ বছৰ বয়সৰ তুলনাত দুখ-সংঘাত-ধিক্কাৰ-গ্লানিৰে ভৰা বিচিত্ৰ অভিজ্ঞতাই বিষ্ণুপুৰ গাঁওৰ এই ব্ৰাহ্মণ-তনয়ক পৰিপক্ক যুৱকত পৰিণত কৰিছে ইতিমধ্যে। সংগদোষো তাৰ অন্যতম উৎস। এই বয়সতে কপিঞ্জল গোত্ৰোদ্ভৱ এই কিশোৰে ডাঙৰ মানুহৰ দৰে হোকা টানিবলৈ শিকিছে, পাশাৰ চক্কা-পাঞ্জা কণ্ঠস্থ হৈছে দহ বছৰ বয়সতে।

একো উত্তৰ নিদি, অসৎ অনুভূতিটো নিয়ন্ত্ৰিত কৰি, সত্যকিংকৰ কাঁড়বেগে দুৱাৰ খুলি ওলাই গ'ল মহাকৰ কাষেৰে। গন্তব্য নাৰিকলৰ পাত আৰু মকাল বাঁহৰ কামিৰে তেওঁৰ শৌচাচাৰ, স্নানাদিৰ বাবে তেনেই অস্থায়ীভাবে সজা বাৰীৰ ভিতৰ সোমোৱা গোগুাৰ কাষত সজা এটুকুৰা ঠাই।

'তোৰ সমীধ ক'ত? সমীধ দণ্ড? পাপীষ্ঠ, দুৰাচাৰ!' মহাকে পপীয়া তৰা খহিলে পাপৰ সম্ভেদ পোৱা উৎকণ্ঠাৰে সমীধ-দণ্ডৰহিত সত্যকিংকৰৰ নিয়ম-উলংঘনৰ দুঃসাহস দেখি আতংকত চিঞৰিলে। সত্যকিংকৰৰ কাণত সেই শব্দবোৰে সামান্য তৰংগও সৃষ্টি কৰিব নোৱাৰিলে। সেইসময়ত সত্যকিংকৰ ব্যস্ত প্ৰাতঃকৃত্য সম্পাদনত। কাৰো কথা শুনাৰ ধৈৰ্য তেওঁৰ নাই।

আন্ধাৰৰ লগত সেইসময়ত পোহৰৰ যুদ্ধ চলি আছে। আন্ধাৰৰ শেষ আয়ুধ প্ৰায় নিষ্ফল হও হও। সত্যকিংকৰে চোতালত বাঢ়নীৰ আঁকৰ সুমধুৰ শ্ৰুতিশ্ৰাব্য শব্দ শুনিলে। বেউলা বা বিনোবায়ে হয়তো চোতাল সাৰিবলৈ লৈছে। সত্যকিংকৰৰ মাক বাচি থকালৈকে, আনকি সণিশুন, মৎস্যস্পৰ্শৰো বহুদিন পিচলৈকে বেউলাবায়ে সত্যকিংকৰহঁতৰ ঘৰতে বোৱাৰী পুৱাৰ পৰা গাঁও আন্ধাৰত সম্পূৰ্ণ ডুবি নোযোৱালৈকে জোতা চিলাইৰ পৰা চণ্ডীপাঠ পৰ্যন্ত সমস্ত কাম কৰিছিল। তেওঁৰ দেউতাক ব্ৰজকিংকৰ বিনা জাননীৰে এদিন দিনৰ আহাৰ গ্ৰহণ কৰি থকা সময়তে হঠাৎ ঢলি পৰি চিৰনিদ্ৰিত হোৱা সময়ত সত্যাকিংকৰ মাকৰ কোলাৰ ছমহীয়া কেঁচুৱা। মৃত্যু তেওঁৰ অজ্ঞাত। অনভিপ্ৰেত মৃত্যুৱে এটা পৰিয়াললৈ কি ৰুদ্ৰৰূপী ঝঞ্ঝা আবাহন কৰিছিল, সত্যকিংকৰে তাৰ সৰ্বসংহাৰী ভয়াবহতা বুজিব পৰা নাই। শেষলৈ বুজি পাইছে কেৱল অসুস্থ মাকৰ দুখ আৰু অব্যক্ত যন্ত্ৰণা। অথচ মাকৰ বয়স তেতিয়া সোতৰও পূৰ হোৱা নাই। কবিৰাজে আন্ত্ৰিক, পিত্ত, বাত আদি নানান অসুখ হোৱা বুলি কৈছিল। কোনো ঔষধেই গুণ নিদিলে। হাততে ঢুকি পোৱাত কোনো ডাক্টৰো নাছিল। নলবাৰীতো সেইসময়ত আছিল মাত্ৰ দুজন ডাক্টৰ। তাৰে এজন ঢাকাত শিক্ষালাভ কৰা এল্‌. এম. পি.। শেষত ম'হৰ গাড়ীত মাকক শুৱাই নি এল.এম. পি. ডাক্টৰগৰাকীক দেখুওৱাত ফুচফুচত ডাঙৰ ফুটা হোৱা বুলি কৈছিল। উচ্চ ৰক্তচাপৰ বাবে মস্তিষ্কৰ আংশিক বিকলতাৰো আৰম্ভণি পৰ্ব চলিছিল। ৰোগীক ঘৰলৈ অনাৰ পিচতহে মহাক বিশ্বনাথ ভট্টাচাৰ্যই লোকক দেখুৱাই হাঁয়ে-বিঁয়ে লগাইছিল— 'ইস্, ইস্, আমিতো জে-শাহুৰ এনে হোৱা বুলি ক'ব নোৱাৰো। আমাক খবৰ এটাও দিব নাপায়নে? আমি ইমানেই পৰ হৈ গ'লোনে?' সেই ৰাতি মাত-বোল কৰিবলৈ শক্তি হেৰুৱাই পেলোৱা মাকক গৰম তেল, নহৰু বটাৰে মালিচ কৰি থাকোতে ওচৰত বহি মাকলৈ একেথিৰে চাই থকা সত্যকিংকৰক বেউলাবায়ে বুজাইছিল— 'মানুহক চিনাতো বৰ সহজ নহয় অ' বাপু। তই তাতে বৰ সৰু হৈ আছ। বুজাৰ বয়সো হোৱা নাই। কিন্তু এই বিশ্বনাথ নামৰ মানুহটো এটা চয়তান। বৰ লোভী। মোৰ আয়ে তহঁতৰ ঘৰত কাম-বন কৰি হাড় থ'লে। মোৰো দুকাল গ'ল ইয়াতেই। আই গোসাঁনী ভাল হৈ উঠক। ঈশ্বৰক তাকে খাটিছো দহো কুৰি বাৰ। যদি তাৰ পিচতো কিবা হেৰ-ফেৰ ঘটে, চাবি যাতে এই মানুহটোৱে এই

ঘৰখনত সিন্ধি দিবলৈ সুযোগ নাপায়। এই ঘৰ একালত জয়জয়-ময়ময় আছিল। এতিয়াও মাটি-বৃত্তি বৰ কম নাই। ব্ৰজদেৱে বঙাল খাটি বৰপেৰা ভৰাই থৈ গৈছে বাচন-বৰ্তন, কানি-কাপোৰ, আলতা-অগৰুৰে। কিন্তু মোৰতো কোনো অধিকাৰ নাই। কিবা এটা হ'লে মই বাধা দিম কেনেকৈ? নাই যে নাই, এই চয়তানটোৰ বাহিৰে তইঁতৰ আৰু আপোন মানুহো কোনো নাই। মাহীয়েৰজনী নিবোকা ঠাণ্ডা মানুহ। গিৰিয়েকৰ বিপক্ষে কথা এটাও ক'ব নোৱাৰে। ক'লেও চয়তানটোৱে শুনিলেহে! তথাপি কওঁ— এই ঘৰ এৰি তই নাযাবি। মোৰ আয়ুস আৰু শৰীৰ থাকে মানে তোক মই চাম।'

সত্যকিংকৰৰ এই কথাবোৰো মনত পৰিছে। শেষলৈ শেষৰক্ষা নহ'ল। মাক ঢুকাই থাকিল। বেউলাবাইৰ দুচকুতো ছানি পৰিল। ভালকৈ নেদেখে। বিশ্বনাথক বাধা দিয়াৰ শক্তি ক'ত? বামুণীয়া সমাজত বামুণৰ প্ৰতিপত্তি তেতিয়া অবাৰিত আৰু দোৰ্দণ্ড। বেউলাবাই কোঁচ সম্প্ৰদায়ৰ বিধৱা তিৰোতা। পাগলাদিয়াৰ পাৰৰ পামৈপাৰা চুবাত এটা পঁজাঘৰত থাকে। নিজৰ বুলিবলৈও কেও-কিছু নাই। বিশ্বনাথে তেনে এগৰাকী নোম-নেগুৰ বৰ্জিত তিৰোতাক কিয় মূল্য দিব? সত্যকিংকৰক মাকৰ মৃত্যুৰ এঘাৰ দিন পাৰ হোৱাৰ পিচতেই গড়ালত নি সুমুৱাই দিলে। একপ্ৰকাৰ হুটা মাতেৰেই বেউলাবাইকো সেইঘৰৰ ফালে মুখ নকৰিবলৈ সকীয়নি দিয়াতে ক্ষান্ত নাথাকি ঘৰ-দুৱাৰ মাটি-বাৰীৰ দেখা-শুনা কৰিবলৈ থাপিলে মহিষাসুৰ যেন লগা নিজ ভায়েক আৰু পৰশুৰাম নামৰ শিৱাশ্ৰমত গাজা-ভাং-মদ খাই মত্ত হৈ থকা এক অৰ্ধ-সাধুক। সত্যকিংকৰৰ ঘৰ দুদিনমানৰ ভিতৰতে পৰিণত হ'ল মদাহী-ভাঙুৰীৰ ডেৰাত।

আনে নিন্দিব বোলাৰ চক্ষুলজ্জাত নাইবা জেঠেৰিয়েকৰ সম্পত্তি চক্ৰান্ত কৰি হস্তগত কৰা বুলি বদনাম, অপবাদ পোৱাৰ আশাত, ভয়ত আৰু স্ত্ৰী অহনাৰ আপত্তিত সত্যকিংকৰক মাইনৰ স্কুললৈ আহ-যাহ কৰাত বাধা নিদিলে। স্কুলো পাঁচ মাইল দূৰত। অহাই-যোৱাই দহ মাইল। সত্যকিংকৰৰ পঢ়া-শুনাৰ ধাউতি যাত্ৰাৰ ক্লান্তিয়ে সেমেকাই দিয়ে। স্বামীক অহনাই কুটুৰিছিল— বোলো সত্যৰ বৰ কষ্ট হয়, তাক স্কুললৈ আহ-যাহৰ বাবে এখন বাইচাইকেলকে কিনি দিয়ক। লাগিলে পুৰণি হ'লেও হ'ব। ভোটা, সেমসেমীয়া হাঁহি এটা মাৰি বিশ্বনাথে সেই প্ৰস্তাৱ উৰুৱাই দিলে— 'তোমাৰো যে কথা! ল'ৰাৰ মূৰ খাব খুজিছা নেকি? কালিলৈ তাক উৰাণ জাহাজ লাগিব যদি আজি চাইকেল দিওঁ। ক'ত কাক খুন্দা মাৰি নিজেও মৰিব তাৰ পাত্তা নাথাকিব। তুমি নাগেশ্বৰ পণ্ডিতৰ ল'ৰা বিপিনক চাইকেল চলাই স্কুললৈ আহ-যাহ কৰা দেখি গা খজুৱাইছা। বিপিন তাতকৈ তিনি বছৰে ডাঙৰ। এইবোৰ চিন্তা এৰা। মই আন কথাহে ভাবি থৈছো।'

অহনা উৎসুক হ'ল। স্বামীৰ ফালে চাই কিবা শুনাৰ প্ৰতীক্ষাত মূৰ নমালে। সেইকালত প্ৰতাপী স্বামীৰ চকুত চকু ৰাখি কথা শুনাৰ সাহস গাঁওলীয়া নাৰীৰ হোৱাই নাছিল। উচ্চ কুলজাতসকলৰ সংস্কাৰ আৰু ধৃতী-নীতি ৰক্ষা কৰাটোৱেই আছিল একপ্ৰকাৰৰ সামাজিক মৰ্যাদা। সমাজত বামুণ শ্ৰেণীৰ কৌলিন্যৰ ধাৰাটোৱেই আছিল বেলেগ। বামুণ, পুৰোহিত, গোসাঁই আদি আছিল দণ্ড বিধানৰ মালিক, ব্ৰহ্মবাক্য আছিল বেদ'ৰ বচনস্বৰূপ।

স্বামীক মৌন দেখি অহনাই ঔৎসুক্য দমাব নোৱাৰি কৰ্মবাচ্যত সুধিলে, 'কি কথা ক'বলৈ ভবা হৈছিল বা?'

'এঃ, তুমিও কিবা জোকৰ দৰে লাগি থাকাহে,' বিশ্বনাথে দেখাত বিৰক্তিকে প্ৰকাশ কৰিলে, 'তথাপি তোমাক নকৈ কাক ক'ম? ডাঙৰ গোসাঁইৰ লগত কথা হৈছিল। তেওঁ বাৰাণসীলৈ বছৰত এবাৰকৈ যায়েই। লগত লৈ যায় সংস্কৃত পঢ়িবলৈ বিচৰা ছাত্ৰক। তাত আমাৰ দেউ চুবাৰ মহেন্দ্ৰ অধ্যাপক বহু বছৰৰ পৰাই আছে নহয়। দশাশ্বমেধ ঘাটৰ ওচৰতে তেওঁৰ টোল। আমাৰ সত্যক সংস্কৃতকে পঢ়োৱাৰ কথা ভবিছো। কি হ'ব আমাৰ দৰে বগা বঙালৰ গোলামি কৰা মানুহৰ ল'ৰাৰ ইংৰাজী পঢ়ি? ক'তনো লাটচাহাবটো হ'বগৈ? তাতে তাৰ বাপেকো জলপাইগুৰিৰ ধনীৰামপুৰ খগেনহাটত সংস্কৃত পঢ়া মানুহ আছিল। পুৰোহিত হিচাপে কম বয়সতে নামো কৰিছিল। ঊনত্ৰিশটা বছৰ পুৰ নৌহওঁতেই যে মানুহজনক কালে চুব কোনেনো জানিছিল? এতেকে মাঘ মাহতে সত্যক লগুণডাল দি বাৰানসীলৈ পঠোৱাটোৱেই ভাল হ'ব বুলি গোসাঁয়ে কৈছে। সজ কথা। মোৰো মনে ধৰিছে। আহক, সি আদ্য-মধ্য পঢ়িয়েই আহক। পণ্ডিত হওক, মুধাফুটা হওক। বংশৰ নাম ৰাখক। সংস্কৃত হ'ল জ্ঞান সাধনা আৰু ঈশ্বৰ উপাসনাৰ শ্ৰেষ্ঠ মাধ্যম। মোৰেই দুৰ্ভাগ্য—বাৰাণসীত পঢ়িবলৈ নাপালো, মূৰ থেকেচিবলগা হ'ল গামাৰিমুৰীৰ বোপদেৱ ভাগৱতীৰ টোলত। ভাগ্যে মাষ্টৰি চাকৰিটো পাই গ'লো। তুমি আকৌ বাটতে বিধি-পথালি নিদিবা। আমাৰ নিজৰ ল'ৰা-ছোৱালীও চাৰিটা। মাটি-বাৰীনো আছে কিমানখিনি? পঢ়া-শুনা কৰি সত্য যদি মহেন্দ্ৰ অধ্যাপকৰ দৰে বাৰাণসীতে থাকি যায়, লেঠাই মৰিল। তেতিয়া সি মাটি-বাৰী সম্পত্তিৰ ভাগ ল'বলৈ আহিবনে? সকলোখিনি আমাৰেই হ'ব। নিজৰ স্বাৰ্থৰ চিন্তা নকৰিলে চলিব জানো? কোঁচ-কলিতাই চিৰতিকাল আমাক মানি বান্ধা খাটি থাকিব বুলি ভাবিছা নেকি? এতেকে সময় থাকোতে সাহখিনি বাহিৰ কৰি লোৱাৰ বাট মোকলাই ল'ব লাগে। গবাং সৰ্পিঃ শৰীৰস্থং ন কৰোত্যঙ্গপোষণম্, নিঃসৃতং কৰ্মসংযুক্তং পুনস্তাসাং তদৌষধম্।'

পত্নীয়ে শ্লোকৰ অৰ্থ নুবুজিলে। তেওঁ অতি বিমৰ্ষ হ'ল। বুকুখন কঁপি উঠিল মুহুৰ্মুহুঃ। সত্যৰ প্ৰতি অহনাৰ মাতৃসুলভ স্নেহ আছিল নিভাজ। নিজৰ গৰ্ভৰ সন্তানৰ দৰেই তাক তেওঁ চাইছিল। ক'বলৈ গ'লে সত্য হ'ল ঘাটমাউৰা। কিন্তু স্বামীয়ে স্বাৰ্থ বাদ দি কোনো কথাৰ বিচাৰ নকৰে। লাভৰ আশা নেদেখিলে তেওঁ জাল নেপেলায়। সত্যক কোনোবা অজাস্তি মুলুকৰ ঠাই এখনলৈ কেৱল সংস্কৃত পঢ়ুৱাই বিদ্বান পণ্ডিত কৰাৰ অন্তৰালত যে ঘৃণনীয় কু-মতলব এটা আছে, সেইটো দিন-ৰাতি সম বেকত হোৱাত অহনাক অনবৰত কাঁইটে খোচাদি খুঁচি থাকিল। দুই-এবাৰ চকুও তিতিল। ইমানেই যদি পণ্ডিত কৰাৰ ইচ্ছা, তেনেহ'লে দিনটোতে ঢুকি পোৱা দূৰত্বত থকা আনন্দ চক্ৰৱৰ্তীৰ টোলতে সত্যক পঢ়া-শুনাৰ বাবে পঠাব পাৰিলেহেঁতেন। তাৰ দেউতাকেও আনন্দ শাস্ত্ৰীৰ তলতেই আদ্য শেষ কৰিছিল। তাৰ পিচতহে গৌৰীপুৰৰ চন্দ্ৰশেখৰ দেউৰ লগত বেংগললৈ পঢ়িবলৈ গৈছিল। মুৰকুছিৰ আনন্দ দেউ অতি শ্ৰদ্ধাৰ পাত্ৰ। লোকে সন্মান যেনেকৈ কৰে, সমীহো কৰে সমানেই। বিয়াৰ আগত বায়েক বিৰজা অৰ্থাৎ ব্ৰজ ভিনিহিয়েকৰ ঘৰলৈ আনন্দ দেউ কেইবাবাৰো আহিছিল। অহনাক খুব মৰমো কৰিছিল। অহনা সৰুৰে পৰা বায়েকৰ লগতে থাকি ডাঙৰ-দীঘল হৈছিল। বিয়াও হৈছিল বায়েকৰ ঘৰৰপৰা। আনন্দদেৱে অহনাক খুব পুৱাতে পিতলৰ কৰণিত বগা ফুল তুলি গোসাঁইঘৰত থ'বলৈ কৈছিল। তেতিয়ালৈ তাই পুষ্পিতা হোৱা নাছিল। সেইবাবেই তাইৰ গাত সেই দায়িত্ব পৰিছিল।

জীৱনৰ চকা যে কেনেকৈ ঘুৰে! বায়েকে এটা সন্তান নাবালক অৱস্থাত ৰাখি চকু মুদিলে। সন্তানো পাইছিল বিয়াৰ বহু বছৰ পিচত। বিয়া হৈছিল ৰজস্বলা হোৱাৰ আগতেই। উচ্চ বংশ, সম্ভ্ৰান্ত কুল। কপিঞ্জল গোত্ৰৰ মানী পৰিয়াল। এসময়ত ভট্টাচাৰ্য বংশ বুলি ক'লে দহ গাঁওৰ শতেক মানুহে ভক্তিত মূৰ দোৱাইছিল। কিন্তু ক'লাজ্বৰত সকলো উছন গ'ল। বাচি থাকিল কেৱল ব্ৰজকিংকৰ। কালৰ কি সংহাৰ মূৰুতি। উত্তৰাধিকাৰো থাকি গ'ল কেৱল সেই একেটাহে পুত্ৰ— সত্যকিংকৰ। হেন জানি অহলাই তাক কোনোদিনে পৰ বুলি ভবা নাই। নিজৰ চাৰিটাকৈ ল'ৰা-ছোৱালীৰ লগৰ এজন বুলি ভাবিছে। কিন্তু স্বামীৰ কলুষিত মনৰ অন্ধকাৰ গুহাৰ কাল-তিমিৰ দেখি অহনা বিচলিত নোহোৱাকৈ থাকিব নোৱাৰিলে। তৎসত্বেও চতুৰ স্বামীৰ দগধা অভিসন্ধিৰ বিৰুদ্ধাচৰণ কৰিবলৈ সাহস নকৰি 'সত্যক ঈশ্বৰেই মংগল কৰক' বুলি ভাগ্যক ধিয়ালে মাত্ৰ। কিন্তু এটা কথা নিৰহ-নিপানীকৈ নুবুজাকৈ নাথাকিল যে এবাৰ ডাঙৰজনা গোসাঁয়ে লম্ভিছে যেতিয়া স্বামীয়ে তেৰাৰ দুৰ্বুদ্ধিময় পথত ভৰি নিদিয়াকৈ নাথাকে। বতৰ চাই কঠীয়া পাৰিব জনা মানুহজনে ভিনিহিয়েকে এৰি যোৱা বিষয়-আশয় যে সত্যকিংকৰৰ অবৰ্তমানত নিজৰ মুঠিত কব্জা কৰিব, সেই সম্পৰ্কে অহনাৰ ধনিষ্ঠামানো সন্দেহ নৰ'ল।

# # #

সত্যকিংকৰক আজি গোসাঁইৰ লগত পঠোবা হ'ব বুলি জানি নানান চিন্তাত অহনাৰ গোটেই ৰাতি চকুৰ পঁতা জাপ খোৱা নাছিল। ৰাতি ভাত খাই গিৰিয়েক আৰু ল'ৰা-ছোৱালী পাটলৈ যোৱাৰ বহুপৰ পিচলৈকে অহনাই সত্যৰ বাবে বিধে বিধে টোপোলা বান্ধিবলৈ লৈছিল। লগুণ, গামোচা, তিয়নি, সান্দহগুড়ি, লাডু-পিঠা আৰু সত্যই ব্যৱহাৰ্য কৰা কাপোৰবোৰ ভালকৈ জাপি-মেলি মোনা আৰু টিনৰ ছুটকেচত ভৰাইছিল। তেনে কৰি থাকোতে আৰ্দ্ৰ হৃদয়ৰ অভ্যন্তৰ বিদাৰি নিগৰি আহিল অশ্ৰু, তেওঁ কোনেও নেদেখাকৈ আঁচলেৰে মচি থ'লে। স্বামীৰ দুষ্ট কূট-চক্ৰান্তৰ অশুভ পৰিণতিৰ কথা মাজে মাজে মনলৈ অহা মাত্ৰকে হৃদয়ৰ কোনোবা এটা অংশ শুকাই মৰমৰীয়া হৈ যাবলৈ ধৰে। কোনোবা মুহূৰ্তত আকৌ মনত পৰিছে ভিনিহিদেৱক আৰু বাইদেৱকলৈ। বাইদেৱেকে বৰ আশা কৰি মৰাৰ আগতে কৈ গৈছিল— 'সত্যৰ বাবে আৰু কোনো নাথাকিল। মাত্ৰ তই অনাদৰ নকৰ বুলি ভাবি ভাবিয়েই চকু মুদিম কিজানি।' নিজে অনাদৰ নকৰিলেও কেৱল যে স্বামীৰ অযথা হস্তক্ষেপতেই সত্যকিংকৰ যোৱা দুটা বছৰে এই ঘৰখনত যথাযোগ্যভাৱে আদৃত হৈ নাথাকিল, অহনাৰ সেই কথাত সামান্যও সন্দেহ নাই। কিন্তু স্বামীৰ ভয়ত অহনাই দেখাদেখিকৈ একো বিৰোধ কৰিব নোৱাৰিলেও আঁৰে আঁৰে স্বামীক লুকুৱাই সত্যকিংকৰক স্নেহ নকৰাকৈ নাথাকিছিল।

আজি পুৱাও তেওঁ এবাল্টি গৰমপানী লৈ বাৰীৰ ফাললৈ গ'ল। সত্যকিংকৰে এই ব্ৰহ্মপুত্ৰ নাদৰ চেঁচা পানীৰে গা ধোৱাটো তেওঁ সহ্য কৰিব পৰা নাছিল। কিন্তু পাকঘৰৰ মূধচৰ আগ পোৱা বেলগছ ডালৰ তলত স্বামীক থিয় হৈ থকা দেখি তেওঁ স্তম্ভিত হ'ল আৰু লগে লগেই মূৰৰ মাজমানলৈ ওৰণি টানি ল'লে।

'কি আনিছা বাল্টিত?' বিশ্বনাথে সুধিলে।

'সত্যৰ গা ধোৱা পানী।' অহনাই ইচ্ছা কৰিয়েই গৰমপানী অনাৰ কথা নক'লে।

'তাক পাগলাদিয়াত গা জুবুৰিয়াই আহিবলৈ কৈছো। পুৱা নদীৰ পানী গৰম হৈ থাকে। ইফালে বহুত পলম হৈ গৈছে। সি উভতি নহা দেখি ময়েই আগবাঢ়ি যাওঁ নেকি তাকে ভাবিছো।'

'আহিব। ফুৰাহ কৰোতে পলম হ'ব পাৰে।'

'এৰা। কিন্তু গোসাঁই যিহে টাইম মনা মানুহ, চোতাল পালেই হাহাকাৰ লগাব। এজন ল'ৰাৰ বাবে ৰৈ'ল বৈ নাথাকে।'

সেইসময়ত সত্যকিংকৰ পাগলাদিয়াৰ পাৰত। সূৰ্যৰ পোহৰত জিলমিলাই আছে নদীৰ পানী, পাৰৰ মসৃণ বালিত শুদা ভৰিৰে খোজৰ বৃত্ত আঁকিছে ভদ্ৰ, সত্য আৰু হৰিচৰণে। পাঠশালা স্কুলত ভদ্ৰ আৰু হৰিচৰণ সত্যৰ সহপাঠী আছিল। সিহঁত দুটাই তৃতীয় শ্ৰেণী পোৱাৰ আগতেই সৰস্বতীক জীৱনৰ পৰা বিদায় দিলে। ভদ্ৰ থাকে লম্বিত মহাজনৰ বাথানত ম'হ চৰোৱা, গাখীৰ খীৰোৱা আদি কামৰ সহযোগী হৈ। সি কলিতাৰ ল'ৰা। হৰিচৰণ সনাতন সূতৰ ল'ৰা। দামোদৰ পুৰোহিতৰ আধিত লোৱা মাটি চহায় তাৰ বাপেকে। বাপেকে তাক অলপ অলপকৈ কেঁকোৰা হালৰ মুঠিত ধৰা, মৈ দিয়া কামত লগাইছেই।

লগুণদিয়ণীত সকলোৱে কম-বেছি পৰিমাণে খাটিছিল। গাঁওত সহায়-সহযোগৰ এই পৰম্পৰা আছেই। শ্ৰাদ্ধ-সবাহৰ পৌৰোহিত্য-কৰ্মৰ লগত জড়িত দোনা, পটুৱা, উপকৰণ, গাজি-প্ৰসাদ, অৰ্চনা আদিৰ লগতহে ব্ৰাহ্মণৰ হাত-মগজুৰ সম্পৰ্ক; বাকী কাম আন সম্প্ৰদায়ৰ একে খেলভুক্ত মানুহৰ। ভদ্ৰ আৰু হৰিচৰণ বিশ্বনাথ ব্ৰাহ্মণৰ খেলভুক্ত নহ'লেও সত্যকিংকৰে বিশেষভাৱে নিমন্ত্ৰণ কৰা কাৰণে সিহঁত দুটাই উপনয়নৰ আগে-পিচে সত্যৰ ছাঁ হৈ লগে লগে ঘূৰি ফুৰিছিল মাষ্টৰৰ ৰঙা চকুৰ শাসন উপেক্ষা কৰি। কিন্তু ব্ৰতৰ দিনকেইটাত জানি-বুজিয়েই ভদ্ৰ আৰু হৰিচৰণে সত্যকিংকৰৰ পৰা সন্তৰ্পণে এটা শুচিগত দূৰত্ব বজাই ৰাখিছিল। আজি এই সূৰ্যকৰোজ্জ্বল প্ৰদোষত ঝাউ-মাদুৰি-উলু-বৰতাৰ সেউজেৰে বুকু হেন্দোলোৱা, বেঙুণীয়া আকাশে আঁৰোৱান তৰা কমনীয় পৰিৱেশত সত্য, ভদ্ৰ আৰু হৰিচৰণে পাহৰি গ'ল বংশ, কুল, জাত-পাত, বামুণ-শূদিৰৰ লক্ষণৰেখা। হাতেৰে পানী আচাৰি, পৰুৱা পৰুৱা খেলি, শিহু-ডুব দি তিনিওটাই পাৰেমানে গা ধুলে হেঁপাহ পলুৱাই। তথাপিও ভদ্ৰ আৰু হৰিচৰণৰ চকু দুহালি বেদনাত নীলা। স্মৃতি আৰু বিচিত্ৰ অভিজ্ঞতাৰ কিৰণস্পৰ্শই বাৰে বাৰে সিহঁতক ব্যাকুল কৰি তুলিছে। একেলগে কিমান যে খেল খেলিছিল, জংঘলত ঘূৰি ফুৰিছিল, পমা গছৰ ধোন্দ আৰু দেও গছৰ খোৰোঙত বিচাৰি ফুৰিছিল ভাটৌ আৰু মইনা চৰাইৰ পোৱালি, দৌৰি ফুৰিছিল হালধীয়া বিষাদে বিনত কৰা দিগন্তজুৰি থকা সৰিয়হৰ গছবোৰৰ মাজেৰে আৰু বিশ্বনাথ মাষ্টৰৰ ডাবি-ধমকি, প্ৰহাৰলৈ ভ্ৰূকুটি কৰি সত্যকিংকৰে আনকি বৰশী বোৱাৰে পৰা আৰম্ভ কৰি শিয়ালমাৰীৰ বিলত চালনিৰে মেটেকা তুলি শিপাত লাগি অহা খলিহা, কাৱৈমাছ পৰ্যন্ত ধৰাৰ সাহস কৰিছিল আৰু নষ্টচন্দ্ৰৰ ৰাতি চুৰ কৰিছিল গংগা চৌধুৰী, ৰামেশ্বৰ কলিতাহঁতৰ পদূলিৰ নাৰিকল, মনো ভূএগৰ বাৰীৰ হুক্‌মা, টেপৰ টেঙা, কৃষ্ণচন্দ্ৰৰ কুঁহিয়াৰণিৰ ক'লী কুঁহিয়াৰ। বোকা-পানী গচকা, তৰোলা তামোলগছত উঠি ই ডালৰ পৰা সিডাললৈ টৌ খেলি বগোৱা আদি কামবোৰৰ অন্তই নাই। বহু ভাল কামতো ইহঁতে ওস্তাদি অৰ্জন কৰিছিল। ৰাস্তাত

মাটি দিয়া, পূৰ্ণ কবিৰাজক গৰুগাড়ীৰে কুলবিলৰ পৰা গৰুগাড়ীত তুলি আনি বেমাৰীৰ ওচৰত হাজিৰ কৰোৱা, ভঠেলি উৎসৱত কল আৰু চৈতাৰে ভূৰ সজা, মুষ্টি ভিক্ষা কৰা কামবোৰো হৰিচৰণইঁতেই কৰিছিল। তেনে কাম কৰিবলৈ যাওঁতে খেল-চোঙৰ বাধা-নিষেধ মনলৈকেই নিনিছিল। প্ৰাণৰ পবিত্ৰ, নিৰ্মল আকৃতি আৰু অনঘ সৃষ্টিধৰ্মী সদিচ্ছা আছিল জীৱনৰ অনৱচ্ছিন্ন অন্তৰংগতা।

মাদ্ৰী বনৰ জাৰণিৰ ওপৰেৰে শাৰী শাৰীকৈ থকা কৰচ গছৰ পাত চোও-নোচোওকৈ জলাশয়ৰ হিজলত জুম বান্ধি থকা বগলী, সাৰেং আৰু মাছৰোকাৰ জাক এটা অৰ্ধবৃত্তাকাৰে পাগলাদিয়াৰ ফালে উৰি অহা দৃশ্যটো চাই ভদ্ৰই কাতৰভাৱে পাৰত গা মচি থকা সত্যক ক'লে, 'তইতো আজি আমাক এৰি বহুদূৰলৈ গুচি যাবি, নহয়? তাত বা এনে ধুনীয়া চৰাই, গছ, নদী দেখা পাবনে নাপাব? আমালৈ মনত পৰিবনে বাৰু তোৰ? ক'ত পৰিব! ডাঙৰ টাউনত থাকিবি। এই টোকোৰা বৰ গোসাঁইটোৱে খালে। তাৰ কেৱল টকা-সিকা আৰ্জনৰ ধাণ্ডা।' তাৰ চকু দুটা চলচলীয়া হ'ল। তাকে দেখি হৰিচৰণেও চকুপানী সামৰিব নোৱাৰিলে। সি বৰং ভদ্ৰক সান্ত্বনা দিলে, 'সত্য ঘূৰি আহিব নহয়। পণ্ডিত হৈ ঘূৰি আহিব। কিমান ভাল হ'ব। আমি হাল চোঁচৰালেও সত্যই আমাক পাহৰি নাযায় অ'। জ্ঞানী মানুহৰ কথাই বেলেগ। আমিহে বাট এৰি অবাটে গ'লো অ'। গাঁওখনত পণ্ডিত মানুহ থাকিলে সন্মান বাঢ়ে। মানুহে তেতিয়া বিষ্ণুপুৰকো জোৰাৰ্দি, মিচুৰতলা, বানগাঁওৰ সমান বুলি ভাবিব। আৰু এটা কথা নহয় ভদ্ৰ, পৃথিৱীত বাৰু গছ, নদী, চৰাই নোহোৱা ঠায়ো থাকে নেকি? তোৰো যে কথা! হো সত্য, মই টোপোলা এটাত কিছু শুকান বগৰী তোলৈ আনিছো। তইতো এই বাটেদিয়েই যাবি। জোপোহাৰ আঁৰত লুকুৱাই থও। তই জেগাডোখৰ চিনি ল। যাওতে মনে মনে সাউৎকৈ তুলি লৈ যাবি।'

হেন সময়তে হৰিচৰণে দূৰত দেখিলে বিশ্বনাথ মাষ্টৰ কোবাকুবিকৈ ঘাটৰ ফালে আহি আছে।

'অ' ভদ্ৰ, অ' সত্য, পশ্চিমৰ পিনে চা। এটা বাঘ আহি আছে। সত্য, তই গোপ্তাৰে ঘৰ ওলা। আমি পলালো। ভদ্ৰ, তই গৰাত উঠিলে ভালকৈ দেখা পাবি। বাঘৰ হাতত জেওৰাৰ গোজ। পিচে পিচে টোকোৰা গোসাঁই, মানে সিংহ। পলা।'

ভদ্ৰই গৰাত উঠি বেঙা মেলি ভয়তে নদীত জাপ মাৰি সিপাৰলৈ সাঁতোৰ মেলিলে। হৰিচৰণে তৰাণিৰ মাজেৰে সৰ্পিল বাট ল'লে।

সত্যকিংকৰৰ হ'লে অলপো ভয় নালাগিল। সি তিতা তিয়নি চেপি গাত শুকুৱাবৰ বাবে পিঠিৰে আঁৰি লৈ হাতীৰ দৰে গহীনাই গোপ্তাত ভৰি দিলে। অলপদূৰ যোৱাৰ পিচত বিশ্বনাথ আৰু গোসাঁইৰ লগত হ'ল ভেটাভেটি।

সত্যই দুচকুত দুকুৰা জুই লৈ মহাকলৈ এনেকৈ চালে যে সাহসী বিশ্বনাথৰ মুখেৰে টু শব্দ এটাও নোলাল।

॥ দুই ॥

সত্যকিংকৰৰ বাৰাণসী গমনৰ এই আদি কথাখিনিৰ লগত এই কাহিনীৰ এটা আনুষংগিক সম্পৰ্ক আছে।

এইখিনিতে প্ৰাসংগিক পটভূমিৰ কিঞ্চিৎ আভাস দিয়াটোও প্ৰয়োজনীয়। ব্ৰিটিছৰ শাসনাধীন ভাৰতবৰ্ষত অসম, তদানীন্তন ৱেষ্ট বেংগল আৰু ইষ্ট বেংগলৰ তথাকথিত(?) উচ্চ বৰ্ণসম্ভূত শ্ৰেণীৰ (বিশেষকৈ হিন্দু ব্ৰাহ্মণ) কিছুসংখ্যক মানুহৰ জ্ঞানাৰ্জন, বৌদ্ধিক চৰ্চা, জীৱিকা-বৃত্তি আৰু ঐতিহ্য, প্ৰতিপত্তি ৰক্ষাৰ ধাৰাটোত সংস্কৃত ভাষাটোৰ আজিৰ তুলনাত প্ৰসাৰ আৰু মৰ্যাদা আছিল গছৰ ঘাই শিপাৰ দৰে গভীৰলৈ প্ৰোথিত। অৱশ্যে এই ভাষাৰ অৱলম্বন লোৱা হৈছিল পৌৰোহিত্যজনিত জীৱিকা-নিৰ্বাহৰ বাবে। দেশত সামন্তবাদী ধনাঢ্য শ্ৰেণীৰ প্ৰভুত্বও আছিল উলাই কৰিব নোৱাৰা বিধৰ। সমাজত সাধাৰণ শ্ৰেণীৰ বেছিভাগ লোকেই আছিল নিৰক্ষৰ, হোজ্যা, চহা, সহজ-সৰল আৰু বিবিধ সংস্কাৰত আচ্ছন্ন। এনে মানুহৰ নিৰ্বুদ্ধিতা আৰু অনগ্ৰসৰতাৰ ওপৰত শ্ৰীকৃষ্ণ বাসুকী নাগৰ ফণাত বহাদি ওস্তাদি আৰু চৰ্দাৰী কৰিবলৈ সুযোগ পাইছিল কেৱল যে জমিদাৰ জোতদাৰ শ্ৰেণীটোৱেহে এনে নহয়, আপেক্ষিকভাৱে বিদ্বান আৰু সংস্কৃত জনা পুৰোহিত শ্ৰেণীটোৱেও কম প্ৰভুত্ব খটুওৱা নাছিল। অৱশ্যে এইক্ষেত্ৰতো সাধাৰণীকৰণৰ সূত্ৰ প্ৰয়োগ কৰাটো শুদ্ধ নহ'ব। বিদ্বান শ্ৰেণীৰ বা অল্পবিস্তৰ সংস্কৃত জনা সকলো ব্যক্তিয়েই যে হৃদয়হীন, ব্যক্তিত্ববৰ্জিত, শোষণকামী আছিল তেনে নহয়। বৰং বহু সৎ, শুদ্ধচিত্ত, সহৃদয়, জনদৰদী জ্ঞানতাপস ব্যক্তিয়ে সৃজন-মননৰ প্ৰতুল ঐশ্বৰ্যৰে সমাজক সেইকালতো চহকী কৰি থৈ গৈছে নানা সংঘাত, ঘাত-প্ৰতিঘাত, কৰ্দম-পুৰীষ পাৰ হৈ। আনহাতে ৰত্নমালা ব্যাকৰণৰ নিজস্ব প্ৰকৰণ নিশিকাকৈ নামত টোলৰ ছাতৰ হৈ থাকি আদ্যটোকে পাছ কৰিব নোৱৰা বহু তথাকথিত পুৰোহিতে চোং সলাই কপালত চন্দনৰ দীঘল ফোঁট লৈ ওং নমঃ বুলি ফুল-দুৰ্বা-তুলসী দলিয়াই যজমানৰ পৰা স্বৰ্ণৰ নামত ভূমি, ছত্ৰৰ সলনি বৃষভ আদায় কৰি নিজৰ গাঁঠি টনকিয়াল কৰা অপকৰ্মৰ দৃষ্টান্তও কম নোলাব।

কামৰূপত, বিশেষকৈ নলবাৰী জিলাত আৰু পশ্চিমৰ ফালে গৌৰীপুৰ, বগৰীবাৰী আদি ঠাইত ব্যক্তিগত আৰু জমিদাৰী পৃষ্ঠপোষকতাত সংস্কৃত শিক্ষাৰ বাবে এই শতিকাৰ প্ৰথমৰ ফালে বেছ কিছুসংখ্যক টোল স্থাপিত হৈছিল। ৱেষ্ট

বেংগলৰ জলপাইগুৰি, কোচবিহাৰ আদি সৰু সৰু টাউনত, বহুদূৰৰ নবদ্বীপত আৰু ইষ্ট বেংগলৰ ৰংপুৰ, বগুৰা, ৰাজশাহী, চিলেট আদি ঠাইতো টোল আছিল। নলবাৰী অঞ্চলৰ বেছিভাগ ব্ৰাহ্মণ পৰিয়ালৰ এজন নহয় এজনে এনে টোলত পঢ়িছিল আৰু কোনো এটা পৰীক্ষা পাছ কৰিব নোৱাৰিলেও বা ব্যাকৰণৰ 'ব'টোৰে ব্যুৎপত্তি অৰ্জন নকৰিলেও অলপ দশকৰ্মপদ্ধতি শিকি দোনা কাটা, খাৰী পাতা কাম জানিলেই আলিপুৰদুৱাৰ, কোচবিহাৰ বা জলপাইগুৰিৰ ভিতৰুৱা গাঁওত অগ্ৰজন্মকলৰ বাহাত খোপনি লৈ যজমালী কৰি কৰি শেষত ধীৰেন ঠাকুৰ, সুৰেন ঠাকুৰ আদিয়ে পোৱা সন্মানাৰ্হ সম্বোধন পাইছিল। পুৰোহিত বৃত্তিটো এক সন্মানীয় আৰু আদৰণীয় জীৱিকা আছিল। মহেন্দ্ৰ বা চিদানন্দ অধ্যাপকসকলৰ দৰে যিসকল জ্ঞানতপস্বীয়ে বেনাৰস অৰ্থাৎ বাৰাণসীত পঢ়ি ব্যাকৰণ, স্মৃতি, সাংখ্য, বেদ-বেদান্ত আদি বিষয়ত পাণ্ডিত্য অৰ্জন কৰিছিল, সমাজত তেওঁলোকৰ স্থানেই আছিল সুকীয়া। অভূতপূৰ্ব সন্মানো পাইছিল তেওঁলোকে। পাঠ-স্বস্ত্যয়ন, যাগ-যজ্ঞ আৰু আঢ্যৱন্ত শ্ৰেণীৰ বিবাহ, উৎসৱ-পাৰ্বণ আদিত এওঁলোকৰ নিমন্ত্ৰণ আছিল যজমানৰ আনন্দ আৰু গৌৰৱৰ হেতু। এওঁলোকৰ কিছুমানে আকৌ টোল আৰু হাইস্কুলতো শিক্ষকতা কৰিছিল।

এনে লোকৰ ভিতৰত বিশ্বনাথ ভট্টাচাৰ্য অন্যতম। বিষ্ণুপুৰৰ পৰা সাত মাইল দূৰত ৰাইজে অশেষ কষ্ট কৰি নতুনকৈ স্থাপন কৰা হাইস্কুলত তেওঁ বিনা দৰমহাৰেই শিক্ষকতা কৰিবলৈ লৈছে। সংস্কৃত পঢ়ুৱায়। কিন্তু দুবাৰৰ চেষ্টাৰ মূৰত কোনোমতে মধ্যমা পাছ কৰি উপাধি অৰ্থাৎ ব্যাকৰণৰ শেষ পৰীক্ষাত বহাৰ সাহস কৰিব নোৱাৰিলে মানুহজনে। টোলৰ পৰা ফেঁচা হৈ ঘূৰি আহি কিছুকাল নিত্যকৰ্ম পদ্ধতি আৰু দশকৰ্ম পদ্ধতি মুখস্থ কৰিলে। কেইদিনমান নলবাৰী অঞ্চলৰ বিখ্যাত পণ্ডিত জীৱেশ্বৰ গোস্বামীদেৱৰ আলধৰা হৈ থাকিল। গোস্বামীদেৱ বৰ নিষ্ঠাবান আৰু নিৰহংকাৰ বিদ্বান পণ্ডিত। এদিন মাখিবাহাৰ নৱকুমাৰ শাস্ত্ৰীৰ জ্যেষ্ঠপুত্ৰৰ উপনয়নত ব্ৰতধাৰীক গায়ত্ৰীৰ তাৎপৰ্য ব্যাখ্যা কৰিবলৈ দিলে বিশ্বনাথক, নিজৰ শৰীৰ ভাল নথকা কাৰণে। বিশ্বনাথ ঠেকা খালে জলশুদ্ধিৰ অংকুশ মুদ্ৰাতে। দেউৰে সুধিলে— 'কচোন বিশ্ব, অংকুশ মুদ্ৰা কাক বোলে। জলশুদ্ধি কি?'

বিশ্বনাথৰ জিভা শুকাই গ'ল। কিবা উত্তৰ দিবলৈ গৈ কিবা কৈ পেলালে বিৰবিৰাই। মধ্যমা আঙুলিৰ আগটোৰে নখ পানীত নলগাকৈ জলস্পৰ্শ কৰা- গংগা চ যমুনে চৈব, গোদাবৰী সৰস্বতী, নৰ্মদে সিন্ধুকাবেৰী, জলেঽস্মিন সন্নিধিং কুৰু'ৰ সলনি বিশ্বনাথে ভুলে-ভালে মাৰ্জন মন্ত্ৰ আওৰাবলৈ যত্ন কৰিলে 'ওঁ শন্ন আপো ধন্বন্যাঃ, শমু নঃ সন্তনূপ্যাঃ...'। পণ্ডিত দেউৰ ক্ৰোধে কেশাগ্ৰ স্পৰ্শ কৰিলে- 'তই এইবোৰহে শিকিছ? কচোন- কিং বৈ ভূঃ? কিং ভুবঃ? কিং স্বঃ? কিং মহঃ? কিং জনঃ? কিং তপঃ? কিং সত্যম্? কিং তৎ? কিং সবিতুঃ? কিং বৰেণ্যম্? কিং ভগঃ?

কিং দেবস্য? কিং ধীমহি? কিং ধিয়ঃ? কিং যঃ? কিং নঃ? কিং প্ৰচোদয়াৎ?'

লাজে-অপমানে ভেচভেচীয়া হৈ বিশ্বনাথ উঠি আহিল উপনয়নস্থলৰ পৰা। অভ্যাগত, সমবেত সকলো মানুহ স্তব্ধ। কাঁহ পৰি জীণহে গ'ল যেন।

পণ্ডিতপ্ৰবৰে স্বগতোক্তি কৰিলে— 'নৈষ্ঠিক অধ্যয়ন, সম্যক জ্ঞান আৰু পৰিশীলিত মাৰ্জন যাৰ নাই, তাৰ বাবে দেবকৰ্ম এক প্ৰহসন আৰু পেট-পূজাৰ বাবে চাতুৰি মাত্ৰ। গুচি যাওক তেনে মানুহ। অসুস্থ শৰীৰ হোৱা সত্বেও বাকী কাম ময়েই কৰিম।'

এই ঘটনাৰ পিচতে দেউৰ সংগ ত্যাগ কৰিলে বিশ্বনাথ ভট্টাচাৰ্যই। তাৰ পিচত সেই অপমানজনক কথাটো ইকাণ-সিকাণকৈ মাখিবাহাৰ পৰা ৰণাকুছি, শিয়ালমাৰীৰ পূৰা মাধপুৰ পৰ্যন্ত ৰাষ্ট্ৰ হলত বাপু বিশ্বনাথে গাঁওৰ বাজ নোলোৱাকৈ থাকিল বহু মাহ, আনকি বিশেষ দৰকাৰ নাথাকিলে পদূলিমুখলৈকে নোলাল। যেন সূৰ্যৰ কিৰণৰ দৰে সহস্ৰ চকুৰ পৰা নিক্ষিপ্ত শ্লেষৰ বৰ্শাই তেওঁক হানি-খুঁচি থকা-সৰকাহে কৰিব। এই লৈ ভায়েক-ককায়েক তিনিটাৰ মাজত এদিন থৈয়া-নথৈয়া কাজিয়া পৰ্যন্তও লাগিল। তাৰে গইনা লৈ তেওঁলোকৰ মাজত মাটি-সম্পত্তিৰ ভাগ-বাটোৱাৰা, ফাকাটিও হৈ গ'ল। বিশ্বনাথৰ ভাগত পৰিল বস্তিৰ এক চতুৰ্থাংশ আৰু খেতিৰ মাটি তিনি বিঘা। মানুহজনৰ মেজাজ দিনে দিনে ৰুক্ষ, ক্ষিপ্ত আৰু প্ৰতিহিংসাপৰায়ণ হৈ পৰিল। তেওঁ সংসাৰলৈ মন দিলে। অহনাক বিয়া কৰালে। সেই বিয়ালৈ গাঁৱৰ মুখিয়াল মানুহবোৰতো নাহিলেই, আনকি নিজৰ আপোন দাদাক-ভায়েক তিনিজনো নাহিল। বিশ্বনাথক অৱশ্যে এনে দুৰ্যোগৰ পৰা লাহে লাহে উদ্ধাৰ কৰিলে ভোগপুৰৰ ডাঙৰ গোসাঁই নীলকান্তই। নীলকান্ত গোসাঁই হিচাপে তিমান নমস্য নাছিল। তেওঁক মানুহে বেজালি জনা তান্ত্ৰিক হিচাপেহে ভয় আৰু সমীহ কৰি চলিছিল। বিশ্বনাথৰ বাওঁ কাষতলিত হোৱা ফোঁহা এটা তিনি মাহমান চিকিৎসা কৰাৰ পিচত ভাল হোৱাত বিশ্বনাথে গোসাঁইক বৰপীৰা পাৰি দিলে। চতুৰ গোঁসায়ে মক্কেল এজনৰ সংখ্যা বঢ়াই ল'লে। তদুপৰি গোসাঁইৰ আৰু এটা লাভজনক ব্যৱসায় আছিল। একালত গোবিন্দপুৰৰ হৰদেৱ শাস্ত্ৰী বাৰাণসীত পঢ়িছিল। শাস্ত্ৰী আছিল অতি সাত্বিক মানুহ। নীল গোস্বামীক তেওঁ লগত লৈ গৈছিল ভাত ৰন্ধা মানুহ হিচাপে। গোসাঁয়ে সেইসময়তে নানা বিদ্যাত হাত পকাইছিল। বছৰত এবাৰ বা দুবছৰত এবাৰ ঘৰলৈ অহা শাস্ত্ৰীয়ে বিশ্বনাথ মন্দিৰৰ পূজা-পাতলত তেওঁক সহায় কৰিবলৈ দুই-এজন দুখীয়া বামুণ-গোসাঁইৰ ল'ৰাকো লৈ গৈছিল। পিচত মহেন্দ্ৰ অধ্যাপকৰ লগ লাগি বৰুণা নদীৰ পাৰৰ সোমনগৰত সংস্কৃত টোল স্থাপন কৰাত আৰু টোলৰ লগতে ধৰ্মপ্ৰাণ ৰাইজৰ উৎসাহ-উদ্দীপনাময় সহায়-সহযোগত এটা বিষ্ণুমন্দিৰ প্ৰতিষ্ঠা কৰাত

নিজ ঠাইৰ মানুহ হ'লে সুবিধা হ'ব বুলি ভাবি বহুবছৰ বাৰাণসীত থকা নীলকান্তকে শাস্ত্রীয়ে ঘৰলৈ পঠাইছিল। পিচলৈ সেই টোল আৰু মন্দিৰ অতি বিখ্যাত অনুষ্ঠান হৈ পৰাত প্রতিবছৰে নানান ঠাইৰ পৰা বিশেষকৈ বেংগল আৰু অসমৰ পৰা বহু ছাতৰ তালৈ পঢ়া- শুনাৰ বাবে গৈছিল। ইতিমধ্যে ব্রিটিছ চৰকাৰে শাস্ত্রী আৰু অধ্যাপকৰ বিদ্যোৎসাহ আৰু সংস্কৃত চৰ্চাৰ প্রতি থকা অসীম ধাউতি দেখি স্বীকৃতিস্বৰূপে বিদ্যামন্দিৰলৈ অৰ্থসাহায্য দিয়াৰ উপৰিও ছাতৰৰ থকা-মেলাৰ সুবিধাৰ্থে এটা ডাঙৰ আবাসগৃহও সাজি দিছিল, লগতে শিক্ষাৰ্থীসকললৈ আগবঢ়াইছিল মাহিলী জলপানি। আমাৰ নীলকান্ত গোসাঁয়ে অৱহেলিত আসাম মুলুকৰ আঢ্যবন্ত বামুণ-গোসাঁই মানুহৰ কাষ চাপি শকত ধনৰ বিনিময়ত উৰিষ্যাৰ পাণ্ডাই পুৰী-জগন্নাথলৈ অৰ্থ আহৰণৰ বাবে যাত্রী নিয়াৰ দৰে তেওঁলোকৰ ইচ্ছুক সন্তানক বাৰাণসীলৈ লৈ যোৱাৰ কাৰবাৰটো আৰম্ভ কৰি দিছিল। এই কাম প্রথম প্রথম অতি বিশ্বস্তভাৱে কৰি বুধিয়ক গোসাঁয়ে মানুহৰ আস্থা আৰু ভালপোৱা অৰ্জন কৰিছিল। পিচলৈ গোসাঁয়ে এইটো এটা ব্যৱসায়ত পৰিণত কৰিছিল। আনকি ছাতৰ নিয়াৰ বাবে গোসাঁয়ে দৰ-দামৰ দৰে নিকৃষ্ট পন্থা অৱলম্বন কৰি হ'লেও জেপ গধুৰ কৰিছিল। তেনে কামত হাত পকাই কোনো কোনো বছৰত কালীঘাট, পুৰী বিশ্বনাথ মন্দিৰলৈও যাত্রী নিছিল তীৰ্থ দৰ্শনৰ বাবে। আৰু আগৰ নিচিনাকৈ আজিও কৈঠালকুছি, বালি আৰু মূৰকুছিৰ তিনিটা ল'ৰাৰ লগতে সত্যকিংকৰক লগত লৈ নীল গোসাঁইৰ শ্রীচৰণ আগবাঢ়িল বাৰাণসীলৈ। ল'ৰা চাৰিজনৰ হাত আৰু কান্ধতে উঠিল গোসাঁইৰো লাম-লাকটুৰ বোজা। বিশ্বনাথ আহিল নদীৰ ঘাটলৈ। অহনাই চকুৰ পানী মচি মচি চুমাৰে দুগাল তিয়াই চোতালৰ পৰাই বিদায় দিলে সত্যকিংকৰক— 'যা বোপাই, ভালকৈ পঢ়িবি, বংশৰ নাম ৰাখিব লাগিব। বছৰত এবাৰকৈ আহিবি। সিফালৰ পৰা কোনোবা আহিলে মোলৈ লিখি পঠাবি। খা-খবৰ দিবি। শৰীৰৰ পিনে পিচে চাবি। ঈশ্বৰে তোৰ মংগল কৰক।'

সত্যকিংকৰে অভিমানত ঢোঁৰাসাপৰ দৰে ফোঁচ-ফোঁচাই উঠিল, 'মাহী, তুমিতো এবাৰো নক'লা যে মই যাব নালাগে। মই এনে কি অন্যায় কৰিছিলো যে তোমালোকে সকলোৱে মিলি মোক দণ্ডকাৰণ্যলৈ এনেকৈ পঠাবলৈ ওলালা! তুমি বুজাই ক'লে কিজানি মহাই শুনিলেহেঁতেনেই।'

এই কথা শুনি অহনাই হুকহুকাই কান্দিবলৈ ধৰিলে। কলে, 'তোৰ যি মহাৰ, মোৰ কথা শুনিলেহে হৈছে। কতবাৰ ক'লো- বোলো গামাৰিমূৰীয়া টোলত পঢ়ুৱালেও হয় দেখোন, নহ'লে ৰংগা দেউৰ দেউতাকৰ ওচৰত ৰাখিও পঢ়ুৱাব পাৰি। মোৰ কোনো কথাকে মানুহজনে অলপো গুৰুত্ব নিদিলে।'

মাহীয়েকক প্ৰাণৰ নিবিড় শ্ৰদ্ধাৰে সেৱা কৰিলে সত্যকিংকৰে। বহু সময় তেওঁৰ চৰণ সাবটি চকুপানী টুকিলে। তাৰপিচত মাহীয়েকৰ ল'ৰা-ছোৱালীকেইটাৰ পৰা বিদায় ল'লে। শেষত চোতালত সৰগ পৰা মানুহৰ দৰে থিয় হৈ থকা মাহীয়েকলৈ চাই ক'লে, 'মই গ'লো ঠিকেই, কাৰণ ডাঙৰক অশ্ৰদ্ধা আৰু অমান্য কৰিবলৈ শাস্ত্ৰই বাধা দিছে। কিন্তু কিবা কাৰণত যদি মোৰ জীৱন ব্যৰ্থ হয়, তাৰ বাবে দায়-দোষৰ ভাগী হ'ব লাগিব তোমাৰ স্বামী। তেওঁ যাতে মোৰ পিতৃ-সম্পত্তিত হাত নিদিয়ে তাকো কৈ থ'বা। মোক বেউলা বায়ে সকলো কৈছে।'

সত্যই এই কথাখিনি কৈ থকা সময়ত বিশ্বনাথ ওচৰত নাছিল; আছিল গোসাঁইৰ লগত পদূলিত।

'মোৰ কেও-কোনো নাই, কিন্তু তুমিতো আছা আৰু মোৰ কোনো নাই কাৰণে তোমাকে আই বুলি ভাবো, ভাবিও থাকিম।' কৈয়েই সত্যকিংকৰ টালি-টোপোলা হৈ হনহনাই ওলাই আহিছিল। মাহীয়েকে গোপনে কেইটামান টকা দিছিল। কিন্তু তাৰ আগতে সত্যকিংকৰে এদিন সন্ধিয়া এটা দৰকাৰী কাম কৰিছিল। এই কামটোৰ বাবে সি বেউলা বাইৰ ওচৰত চিৰকৃতজ্ঞ থাকিব। বুদ্ধিটো দিছিল বেউলা বায়েই। তেতিয়াও মাকৰ মৃত্যু হোৱা নাই। দুই-এটা মাত-কথা আছে। সেহাই সেহাই কিবাকিবি ক'ব বিচাৰে। কথাবোৰ স্পষ্ট নহয়, সাৱধানে অনুধাৱন কৰিলেহে কথাবোৰৰ ইংগিতধৰ্মী অভিব্যক্তি আয়ত্ত কৰিব পাৰি। বেউলা বায়ে অন্ততঃ পাৰিছিল। সম্ভৱতঃ মাক নিশ্চিত হৈছিল যে তেওঁৰ দিন চমু চাপি আহিছে। এদিন ৰাতি বেউলা বাইৰ সহায়ত তেওঁ সত্যৰ হাতত টোপোলা এটা তুলি দিছিল। দিছিল বেউলাৰ হাততেই। ক'ব বিচাৰিছিল এনে এটা কথা-'তোকেই সকলোতকৈ বেছি বিশ্বাস কৰো। মোৰতো আৰু বেছি দিন নাই। ইয়াত কেইপদমান অলংকাৰ আৰু কিছু নগদ টকা আছে। সময়ত সত্যক দিবি। তাৰ কামত আহিব। সি এনেয়েও বৰ অকলশৰীয়া হৈ পৰিব।'

টোপোলাটো বেউলা বায়ে চকু-পানীৰে দুগাল তিয়াই তাৰ হাতত তুলি দিছিল, 'হো, ল এইটো ক'ৰবাত ৰাখি থ।'

সি মাকৰ কাষতে আছিল। সোণ-ৰূপৰ লগত তাৰ প্ৰয়োজন আৰু ভবিষ্যতৰ সম্পৰ্ক কি তাৰ একো উপলব্ধি হোৱাই নাছিল।

'মই কি কৰিম এইবোৰেৰে? তুমি থৈ দিয়া।' সি টোপোলাটো বেউলা বাইৰ হাতলৈকে ঠেলি দিছিল। তেতিয়া তাক বাহিৰলৈ মাতি আনি বায়ে বুজাইছিল, 'বোপা সত্য, তই সৰু হৈ আছ, বহু কথা বুজাৰ বয়স তোৰ হোৱাই নাই। মোৰো বয়স হৈ আহিছে। চকুৰেও ভালকৈ নেদেখা হৈ আহিছো। মোৰো কেতিয়া কি হয়,

তাৰো একো ঠিকনা নাই। এতেকে এই মূল্যবান বস্তুবোৰ ৰাখি তাৰ হৰণ-ভগন ঘটাব লাগিলে মৰাৰ পিচত মোৰ আত্মাটোৱে মুক্তি নাপাব। আকৌ এইখন ঘৰত এইবোৰ বস্তু ৰখাও বিপদ। তোৰ মহাৰৰ যিহে শেনচকু! মাৰ মৰাৰ দিনাই ক'ত কি ৰাখি থৈ গৈছে, আগে তাৰেই বিচাৰ ল'ব। যিহে শনাহী মানুহ! এটা কাম কৰ; যাতে তোৰ বাহিৰে আন কোনেও ভু নাপায়। ভঁৰালৰ ক'ৰবাৰ গোপন ঠাইত থ। মাত্ৰ এই বৰঘৰটোত থ'ব নালাগে। তোৰ যেতিয়াই দৰকাৰ হ'ব লৈ যাবি।'

সত্যকিংকৰে ভঁৰালঘৰৰ লাউ-কোমোৰা ৰখা চিলিঙত থকা শুকান নিমখ ভৰোৱা লাউ এটাৰ ভিতৰত টোপোলাটো লুকুৱাই থৈছিল। উপনয়নৰ পিচতে সংস্কৃত পঢ়াৰ বাবে গোসাঁইৰ হাতত তাক সমৰ্পণ কৰা হ'ব বুলি জানিব পাৰি সত্যই মহিষাসুৰ আৰু ভাঙুৰীবোৰে ভাং টানি মচগুল হৈ থকা সময়ত পূৰ্বৰ গোহালিৰ আঁৰ লৈ খুটা বগাই লাউটোত লুকুৱাই ৰখা টোপোলাটো উলিয়াই আনি একে উশাহে দৌৰিছিল দৃষ্টিশক্তিহীন হৈ পৰা পামেপাৰাৰ বেউলা বাইৰ ওচৰলৈ। বায়ে তাক আনন্দত গবা মাৰি ধৰি বহুসময় উচুপিছিল। তাৰ গায়ে-মূৰে হাত ফুৰাই দিছিল। চাকিৰ হালধীয়া পোহৰত বায়ে তাৰ মুখলৈ বহুসময় একেথিৰে চাইছিল।

'তইতো নাহই আজিকালি। বিশ্বনাথে মোক চকু পাৰি দেখিব নোৱাৰে কাৰণে সেই কুলাংগাৰটোৰ ঘৰলৈ যাবলৈ মন নাযায়। আঁখিৰে ভালকৈ নমনো কাৰণে তহঁতৰ আগৰ ঘৰটো চাবলৈ মন থকা সত্ত্বেও সেইফালে নাযাও। এৰাবাৰী হ'ল গোটেইখন। আনে কোৱা শুনো। কেৱল বোলে মদাহী-জুৱাৰীৰ আড্ডা হ'ল। তই কেনে আছ অ' সত্য? গা-মূৰ ভালে আছেনে মোৰ বোপাই? মাহীয়েৰৰ তোলৈ মৰম আছে বুলি জানো, কিন্তু সেই পাষণ্ডটোৰ দয়া-ধৰম আছেনে? তোক আজি কি খুৱাও অ' ধনটো? দিনে-পোহৰে আহিলে কিবা এটা কৰি খুৱাবলৈ সাবিত্ৰীকে মাতি আনিব পাৰিলোহেতেন। হেৰ, দিনৰ খোলা-চাপৰি পিঠা অলপ আছে, তাকে খাবি? কোচৰ তিৰীয়ে ৰন্ধা-বঢ়া কৰা বস্তু বামুণৰ ল'ৰাক খুৱালে আকৌ ইচৰে অপৰাধেই লয় নেকি?'

'ক'ত আছে পিঠা? ময়েই বিচাৰি খাও।' সত্যৰ ভোকো লাগিছিল। সি চকুৰ পৰা খোলা-চাপৰি পিঠা উলিয়াই মোকোৰা-মোকাৰে চোবাবলৈ ধৰিলে। এনে দৃশ্য চাই বেউলাৰ নিস্তেজ মুখতো উজ্জ্বল হাঁহি বিৰিঙিল। অন্ধলা চকুৰ দৃষ্টি হৰণকাৰী ছানি যেন যাদুকৰেহে ফু মাৰি গুচাই দিলে।

সত্যই তাৰ উপনয়নৰ কথা ক'লে। লগতে বাৰাণসীলৈ যে সংস্কৃত পঢ়িবলৈ যাব লাগিব, মহাকে যে চক্ৰান্ত কৰি তেনে ব্যৱস্থা কৰিছে— সকলো কথা বেউলা বাইক তন্নী উদঙাই বৰ্ণালে। তাৰ পিচত গাত্ত উৰি অহা চাদৰৰ তলৰ পৰা

টোপোলাটো উলিয়াই বাইৰ হাতত দি ক'লে, 'মইতো বহু দূৰলৈ যামগৈ। মই নাথাকোতে মহাই ঘৰটো ভাঙি দিবও পাৰে। এতেকে বস্তুখিনি লৈ আহিছো। তুমি ৰাখা। মই ক'ত কেনেকৈ এইবোৰ লগত লৈ ফুৰাম?'

বেউলা বাইৰ মুখমণ্ডল নিমিষতে কেঁহৰাজ বতা কজলা স্তূপ যেন হ'ল।

তেওঁ তাৰ বুকুত মুখখন গুজি কেৱল কান্দিলে। শেষত থোকাথুকি মাতেৰে ক'লে, 'ঈশ্বৰক দহোকুৰি প্ৰণিপাত কৰিছো তোক দীৰ্ঘজীৱী কৰক। তই যে এই বুঢ়ীজনীক পাহৰা নাই। তাতে আকৌ ধন-ৰত্ন দিবলৈ আহিছ। কি কৰিম এইবোৰেৰে? এই পঁজাঘৰত আছে কেৱল ঢকুৱাৰ বেৰ। কালিলৈ মই মৰি গ'লে মানুহে এই ঘৰৰ কাঠী-কামি টানি-আজুৰি নি খৰি খাবগৈ। বোপাই, কিবা কৰি হ'লেও তই টোপোলাটো নিজৰ লগতে লৈ যাবিগৈ। তোৰ কামত আহিব। সৰুতেই মাৰ-দেউতাৰক হেৰুৱাইছ, বিপদ-আপদে তোৰ লগ এৰা নাই। বিপদত এইখিনিয়েই তোক তৰাব। মাহীয়েৰকো একো জানিবলৈ নিদিবি। তিৰীৰ সজাত নাই অ'।'

সত্য বামুণৰ ল'ৰা; নিয়ম আৰু সংস্কাৰে তাক শিকাইছে বয়সত ডাঙৰ হ'লেও বামুণ-গোসাঁইক বাদ দি আন মানুহক সেৱা কৰিবলে। আকস্মিকতাত হতবুদ্ধি হৈ পৰা বায়ে তাৰ হাত দুখন এৰুৱাবলৈ জোৰ-জবৰদস্তি কৰি চিৎকাৰো কৰিলে— 'হেৰ, হে[illegible] কি কৰ? কি কৰ? মোক ৰৌ ৰৌ নৰকত পচাব খুজিছ নেকি? তিনিকাল গৈ একালত লাগিছে। বামুণৰ সেৱা লৈ মই কোচৰ তিৰীয়ে মৰাৰ পিচত যখিনী হ'ম মোৰ ইচৰ, তই তাকে বিচাৰিছ নেকি?'

সত্যকিংকৰ সাউৎকৈ পঁজাটোৰ বাজ ওলাই আহিল।

আজি পাগলাদিয়া পাৰ হওঁতে নাৱৰ টিঙৰ পৰা সত্যকিংকৰে কাপোৰ-কানিৰ মোনাটো বুকুৰ ওচৰলৈ তুলি তাৰ গোন্ধ লৈ নাৰিকল-কল-তামোলেৰে আবৰা পামৈপাৰা গাঁওখনত থকা বেউলা বাইৰ পজাটোৰ ৰিণিকি ৰিণিকি দেখা মুধচটোলৈ সতৃষ্ণ নয়নে চাই থাকিল বহুসময়। মোনাখনতে সি লুকুৱাই আনিছে টোপোলাটো। বৰ গধুৰ টোপোলা। কেঁচা মহাৰাণী মাৰ্কা মুদ্ৰা থকা বাবেই ওজন বেছি হৈছে। সোণৰ অলংকাৰৰ ভিতৰত আছে এডাল মটৰমাহৰ নেকলেচ, এযোৰ থুৰীয়া, দুয়োৰ গোট বালা, এটা নাকফুল, এডাল জেঠী আৰু দুটা আঙঠি; বাকী অলংকাৰ ৰূপৰ। তাৰ ভিতৰত দুয়োৰ গামখাৰুৰ উপৰিও এযোৰ সুদৃশ্য পায়েল আছে। সম্পদখিনি কেইবাখনো মাৰ্কিনৰ টুকুৰাৰে বন্ধা। সত্যই মাত্ৰ এবাৰেই খুলি চাইছিল। তাৰপিচত ভয়তে দ্বিতীয়বাৰ আৰু কাপোৰৰ গাঁথিবোৰ খোলাৰ চেষ্টা নকৰিলে।

হৰিচৰণে মাষ্টী কনৰ জোপোহাত লুকুৱাই থোৱা শুকান কণৰীৰ টোপোলাটো নিবলৈ সত্যই নাপাহৰিলে।

## ॥ তিনি ॥

সত্ত্বাৎ সঞ্জায়তে জ্ঞানং ৰজসো লোভ এব চ।
প্ৰমাদমোহৌ তমসো ভবতোঽজ্ঞানমেব চ।।
উৰ্দ্ধং গচ্ছন্তি সত্ত্বস্থা মধ্যে তিষ্ঠন্তি ৰাজসাঃ।
জঘন্যগুণবৃত্তিস্থা অধো গচ্ছন্তি তামসাঃ।।

নীলকান্ত গোস্বামীয়ে আত্মা, মনন আৰু চিন্তাৰ উন্নতিৰ বাবে কোনোকালে চিন্তা কৰা নাই। মানুহজনে জ্ঞান চৰ্চাৰ বাবেও শাস্ত্ৰগত ব্যুৎপত্তি অৰ্জন কৰা নাছিল। কোনোকালে সৎসংগ কামনাকো অভীষ্ট বুলি তেওঁ ভবা নাই। সৰুকালৰে পৰা হৰ শাস্ত্ৰীৰ লগত বাৰাণসী, হৰিদ্বাৰ, প্ৰয়াগ আদি ঠাইলৈ লগুৱা ৰান্ধনি হিচাপে যোৱাৰ সুযোগ ঘটাত চালাক গোসাঁয়ে সাত ঘাটৰ পানী খাই বিচিত্ৰ অভিজ্ঞতা অৰ্জন কৰিছিল। তেওঁ বঢ়িয়াকৈ বুজি পাইছিল যে জীৱনত অৰ্থ আহৰণ কৰিবলৈ জ্ঞান, বিদ্যা, শাস্ত্ৰ, সাংখ্য আদিৰ লগত কোনো সম্পৰ্ক নাৰাখিলেও হয়। কৌশল, কূট বুদ্ধি, চাতুৰি আৰু দুঃসাহস থাকিলে বহু অসাধ্য সাধন কৰিব পাৰি। হাতলৈ হোৰাহোৰে চিকা ৰূপ আহে। কম কষ্টতে ভৰিৰ ওপৰত ভৰি তুলি খাব পাৰি। হাতত ধন-বিত থাকিলে নিন্দুকৰ মুখতো সোপা দিব পাৰি। অপবাদ হৈ পৰে পদ্মপত্ৰে জলবিন্দু। সৰি পৰে অপ্ৰয়াসে। সমাজত ঠাই এখন পাবলৈকো অলপ বুদ্ধি যথা সময়ত খৰচ কৰিব পাৰিলে বাজীমাৎ। তেওঁ সেইকাৰণে নিজৰ দুবছৰীয়া পুতেকক লৈ এটা সপোনেই দেখি আহিছে। তাকো নিজৰ দৰে সাইলাখ গঢ়ি তুলিব লাগিব। যোগ্য কৰিব লাগিব তেওঁৰ দ্বাৰা সঞ্চিত বিচিত্ৰ অভিজ্ঞতাৰ বৰ্ণমালা পঢ়ুৱাই। তাৰ বাবে তাক বাৰাণসীৰ টোললৈ নিয়াৰো দৰকাৰ নাই, শাস্ত্ৰজ্ঞ পণ্ডিতৰ টোলতো আদ্য-মধ্যৰ নেওতা পঢ়ুৱাব নালাগে। তেওঁ ক'তনো নিজে জ্ঞান- মাৰ্গ, বিদ্যা-মাৰ্গ দেখিছে? কোন দিনানো টোল গচকিছে? পাঠশালা স্কুলত দুটা শ্ৰেণীৰ ওপৰলৈ উধাব নোৱাৰিলে। নাই, তাৰ বাবে কোনো আফচোঁচ নাই। বহু পণ্ডিত আৰু বিদ্বানতকৈ তেওঁ সুখত আছে। সেনগুপ্তৰ দামী ধুতীকে পিন্ধিছে, আদ্দিৰ পাঞ্জাবীৰ সীমা-সংখ্যা নাই। ভৰিত দামী পামচু। গাত দামী অগৰু ছটিয়াইছে বাটৰ বাজ ওলাসে। মাত্ৰ আনে বিদ্যাৰ দৌৰ বুজি পোৱাৰ ভয়ত জানি-বুজিয়েই পৌৰোহিত্য কৰ্মত হাত দিয়া নাই। কামটোও বৰ কষ্টৰ। বিয়া, পূজা আদিত ৰাতি টোপনি খতি কৰিব লাগে। আৰু এনে কামবোৰ বামুণৰহে, গোসাঁইৰ নহয়। গোসাঁয়ে শৰণ আৰু দীক্ষাহে দিয়ে। পূজা-পাঠ ইত্যাদিত পুৰোহিতৰ কাম কৰিলে গোসাঁইৰ স্থান বামুণৰ শাৰীলৈ নামি আহিব। তেতিয়া গোসাঁই হিচাপে সুকীয়াকৈ ৰাখি থোৱা যজমানৰ ভক্তি আৰু দানৰ টোপোলাৰ ওজনেই কমি যাব। তাতকৈ বেজালি কৰাই ভাল। অৱশ্যে যি-সি বেজালি নহয়। বিৰা বা কুবীৰে ধৰা মানুহক

ভাল কৰিবলৈ গ'লে মানুহে টেঙাবৰীৰ বাৰীণ ওজাৰ সমগোত্ৰীয় বুলি ভাবিবলৈ ল'ব। নীল গোসাঁয়ে বহু ভাবি-চিন্তি সেই পথ লোৱা নাই। তেওঁ ডাক্টৰে ভাল কৰিব নোৱৰা ব্যাধি নানান হিচাপ-নিকাচ কৰিহে চিকিৎসা কৰিবলৈ লয়। তাৰ আগতে বেমাৰীৰ অৰ্থনৈতিক অৱস্থা ভালকৈ গমি-পিটি চায়। তেওঁৰ 'ফিজ' দিব নোৱৰা ৰোগীলৈ গোসাঁইৰ কোনো আস্থা নাই। তেওঁৰ চিকিৎসাৰ নিদানৰ লগত কবিৰাজী, বেজালি, তান্ত্ৰিকতা, তন্ত্ৰ-মন্ত্ৰ সকলো সাঙোৰ খাই থাকে। বাৰাণসীত থাকোতেই তেওঁ পুৱা-সন্ধ্যা হৰ শাস্ত্ৰীৰ ভাত ৰন্ধা কাম শেষ কৰি ৰাস্তাৰ বিপৰীত ফালে থকা এজন কবিৰাজৰ আয়ুৰ্বেদিক ঔষধালয়ত বাকী সময়খিনি ইটো-সিটো কৰি কটাইছিল। শ্ৰীহৰ্ষ নামৰ কবিৰাজজন আছিল তান্ত্ৰিকতা আৰু বেজালিতো ওস্তাদ। নীল গোসাঁইক শ্ৰীহৰ্ষই হৰ শাস্ত্ৰীৰ সম্বন্ধীয় বুলি ভাবি বেছ মৰমো কৰিছিল। কাৰণ অঞ্চলটোত শাস্ত্ৰীৰ বিশেষ সুনাম আৰু সমাদৰ আছিল। চালাক-চতুৰ গোসাঁয়ে শ্ৰীহৰ্ষৰ 'পৰা চিকিৎসা সংক্ৰান্ত বহু কথা শিকিছিল। তেওঁক বেছি আমোদ দিছিল তন্ত্ৰ-মন্ত্ৰই। গোসাঁয়ে বহু ভাবি-চিন্তি থিৰাং কৰিছিল যে এনে সুবৰ্ণ সুযোগ হাতৰ পৰা খহি যাবলৈ দিলে দুনাই আৰু পোৱা নাযাব। এতেকে বহল আঁচু তোলা ধুনীয়া গামোচা আৰু শৰাই এখনত তামোল-পাণ লৈ গোসাঁয়ে দণ্ডৱৎ দিলে শ্ৰীহৰ্ষৰ চৰণত। শ্ৰীহৰ্ষ আছিল উদাৰ প্ৰকৃতিৰ মানুহ। শিষ্যত্ব দিলে অকাতৰে, দিলে উদাৰ ভালপোৱাও। তাৰেই কল্যাণত নীল গোসাঁইৰ ভৱিষ্যত স্বৰ্ণময় নহ'লেও ৰৌপ্যময় হ'ল।

কিন্তু গুবৰুৱাই পুৰীষ এৰিব নোৱাৰে।

গোসাঁইৰ অৱস্থা চালে চকুৰোৱা, ঘৰ-দুৱাৰ জাকত-জিলিকা, মাটি-বাৰী দেধাৰ। কিন্তু অৰ্থৰ লোভে মানুহজনক গুবৰুৱাৰ দৰে কৰি তোলে। টকা বুলিলে তেওঁৰ মগজুত বিকাৰ আৰম্ভ হয়। ছলে-বলে-কৌশলে অৰ্থ আহৰণ কৰিব পাৰিলে তেওঁ এক বিৰল আনন্দ অনুভৱ কৰে। কি বাটেৰে টকা আহিল— তাকে লৈ তেওঁ ভাবি-গুণি নাথাকে। টকা আহিলেই হ'ল। এই যে ছাতৰ লগত লৈ আহিছে, যাব বাৰাণসীলৈ, যাওঁতে লাগে চাৰি-পাঁচ দিন, কষ্টও হয় শৰীৰৰ— এই সকলোবোৰৰ এটা জোখ-মাখ আছে। তেওঁ প্ৰত্যেক ছাতৰৰ অভিভাৱকৰ পৰা অতি কমেও আঠ-দহ কুৰি টকা ৰূপ লয়। খোৱা-লোৱা বস্তু প্ৰত্যেক ছাত্ৰই নিজৰ লগত লৈ যায়েই। বাটত খুব বেছি কল বা ফল-মূলহে সামান্য কিনিব লাগে। ৰে'লত গৈ থাকিলে ভোকো বেছি নালাগে। এতেকে টিকট কিনাৰ বাহিৰে বৰ বেছি অৰ্থৰ ভৰণি নাই।

নাৱেৰে পাগলাদিয়া পাৰ হৈ চৈধ্য মাইল খোজ কাঢ়ি, পুৱা এবেলা ষ্টেচনত বহি চাৰি ছাতৰ আৰু গোসাঁই ভাটিমুৱা ৰে'লত উঠিল। মণিহাৰি ঘাট পোৱালৈকে

অন্ততঃ নিশ্চিন্ত। তাৰপিচত ষ্টিমাৰেৰে গংগা পাৰ হৈ আকৌ ৰে'ল ধৰিব লাগিব।

কোনোজন ছাতৰৰে ইয়াৰ আগত ৰে'লত উঠাৰ সুযোগ হোৱা নাছিল। সিহঁতে কিছু উত্তেজনা অনুভৱ কৰিলে। খিৰিকিৰ কাষত বহি দৌৰি যোৱা দৃশ্যবোৰ বেলি নুডুবালৈকে সিহঁতে প্ৰাণভৰি চালে, দবাৰ বহু ধৰণৰ মানুহৰ আচৰণ, কথা-বতৰা, খোৱা-বোৱাৰ পদ্ধতি আদিও লক্ষ্য কৰিলে আৰু তাৰ পিচত নিজ নিজ গাঁও, পৰিয়াল, বন্ধু-বান্ধৱৰ কথা পাতি গাড়ীৰ গতি, হুইচেল, ষ্টেচনবোৰৰ বিচিত্ৰতাৰ মাজত ডুবি গ'ল। ইফালে নীল গোসাঁয়ে সৌভাগ্য ক্ৰমে লগ পোৱা একালৰ পৰিচিত মাধৱ মিশ্ৰ নামৰ নলবাৰীৰ অময়াপুৰৰ পুৰোহিত এজনৰ লগত কথা পতাত মছগুল হৈ পৰিল। মাধৱ মিশ্ৰৰ বাহা আছে ধোপগুড়িত। তেওঁ নামিব দলগাঁও ষ্টেচনত। অন্ততঃ পোন্ধৰ ঘন্টা একেলগে যাব পাৰিব। মাধৱ মিশ্ৰই লগত আৰু এগৰাকী ব্ৰাহ্মণ হৈ আহিছে। নতুনকৈ কৰ্মকাণ্ড শিকা বামুণৰ ল'ৰা। বয়স খুব বেছি ওঠৰ-উনৈশ বা তাৰ ওচৰা-উচৰি হ'ব। দিনে দিনে মিশ্ৰৰ যজমানৰ সংখ্যা বাঢ়ি আহিছে। তেওঁ আনকি ময়নাগুড়ি, চটেৰহাট, ধূমদাংগি আদি ঠাইলৈকেও পৌৰোহিত্য কৰিবলৈ যাব লাগে। বয়স পৰি আহিছে, অধিক লঘোন খাটি থকা কাৰণে স্বাস্থ্যৰ অৱস্থাও বৰ এটা ভাল নহয়। দেহা দুৰ্বল। পিত্তয়ো লগ দিয়া বুলি তেওঁ গোসাঁইক কৈ আহিছে। আচলতে পঁয়ষষ্ঠি বছৰ বয়সত বিলাতত যজমানী কৰা, নিজে ৰান্ধি-বাঢ়ি খোৱা একো সুখৰ কথা নহয়। নিতান্ত উপায় নাপাইহে তেওঁ এই বৃত্তিচ্যুত হ'ব পৰা নাই। ছোৱালী উপজিল সাতজনী, ল'ৰাটো পেটমোচা। কোনোমতে দুজনীক গতাইছে। বাকী পাঁচজনীৰ এজনীৰ বিধুতি লুকাবলগীয়া বিপাঙত পৰিছে। বামুণৰ পুষ্পিতা ছোৱালী কোনে বিয়া কৰাব? আৰু দুজনীৰো ৰজস্বলা হওঁ হওঁ অৱস্থা। এইকথা কৈ থাকোতে মাধৱ মিশ্ৰৰ মাতবোৰ ফুচফুচনিৰ দৰে শুনা গ'ল। সত্যই লক্ষ্য কৰিলে মানুহজনৰ চকু-মুখলৈ বিষাদৰ ছায়া মেঘ-ছায়াৰ দৰে উৰি আহিল। তেওঁৰ নুখুৰোৱা ডাড়ি-গোঁফ আৰু প্ৰকটিত হনুত কষ্টদায়ক জীৱন-নিৰ্বাহৰ প্ৰতিচ্ছবি। তাৰ লগৰীয়াবোৰে মাজে মাজে হামিয়াবলৈ ধৰিছে। তেনেতে মাধৱ মিশ্ৰ দবাটোৰ আনটো দিশলৈ ওলাই গ'ল। তেওঁ সিহঁতৰ বিপৰীত দিশৰ বাঙ্কত শুব। দবাত যাত্ৰীৰ সংখ্যা পাতলি আহিছে। বেছিভাগ আসন খালী। তেনেকৈ ৰাতি হোৱা নাই। কিন্তু অন্ধকাৰৰ মাজেৰে গৈ থকা ৰে'ল আৰু মাজে মাজে মৰা দীঘলীয়া উকিবোৰে ৰাতিটোক বৰ গহীন কৰি তুলিছে।

গোসাঁয়ে তেনেতে সত্য, ধ্ৰুব, পদ্ম, বলদেৱহঁতক ওচৰলৈ মাতিলে। ল'ৰাকেইজন বিপৰীত ফালৰ ছিটত দুজন দুজনকৈ বহি আছিল। গোসাঁই বহিল বলদেৱ আৰু পদ্ম বহা বেঞ্চত। সত্যৰ বাহিৰে বাকী তিনিজনে গোসাঁইক হাতযোৰ কৰি প্ৰণাম কৰিলে। গোসাঁইক সত্যই হৃদয়ৰ পৰা অলপো গ্ৰহণ কৰিব পৰা নাছিল,

বৰং সহ্যই কৰা নাছিল। তাৰ এনে দুৰ্ভাগ্যপূৰ্ণ যাত্ৰাৰ কাৰণে সি মহাকতকৈ গোসাঁইকো কম জগৰীয়া বুলি ভবা নাছিল। ৰে'লত কেবাঘন্টা যোৱাৰ পিচতো সি লগৰ কেইজনৰ দৰে গোসাঁইৰ ফালে ভালকৈ এবাৰো চকু তুলি চোৱা নাছিল।

গোসাঁয়ে উপদেশ-বৰ্ষণ আৰম্ভ কৰিলে, 'দিনটোতো ভালে ভালেই গ'ল। পিচে গ'ল মাত্ৰ এটা দিনহে। আৰু এনেকুৱা চাৰি দিন, চাৰি ৰাতি আছেই। পিচে আপদে নিয়মো নাস্তি। নিয়মমতে তহঁতে সন্ধ্যাআহ্নিক কৰিব লাগিছিল; মোৰো লাগিছিল। কিন্তু ৰে'লত এইবোৰ সম্ভৱপৰ নহয়। তাৰ বাবে অৱশ্যে দুখ কৰি লাভ নাই। সত্যৰ উপনয়ন হৈ গ'লহে মাত্ৰ। তহঁতে পিচে মন মনে গায়ত্ৰী পাঠ কৰিছনে নাই?'

সত্যৰ বাহিৰে বাকীবোৰে শলাগিলে।

কথাটো গোসাঁইৰ চকুত ঠহ্‌কৈ দৃষ্ট হ'ল। 'কি সত্য, তই কৰা নাই?' গোসাঁয়ে সুধিলে।

'নাই কৰা।' সত্যই কৰ্কশভাৱে উত্তৰ দিলে।

গোসাঁই অলপ চমকিল।

তেওঁ এই ৰূঢ়তা প্ৰত্যাশা কৰা নাছিল। তাকো এই পেন্দুকনা বালকৰ পৰা। কিন্তু মৌন ৰক্ষাকেই তেওঁ শ্ৰেয় জ্ঞান কৰিলে। অন্ততঃ নিজৰ স্বাৰ্থৰ কথা ভাবি।

অলপ সময় নীৰৱে থাকি গোসাঁয়ে ক্ৰীতদাসবৎ প্ৰতিভূসকলক অতি কোমল কণ্ঠেৰে সুধিলে, 'বাৰু, তহঁতে নিজৰ নিজৰ টোপোলাবোৰ খোলচোন। কি কি আনিছ, ময়ো জনাটো দৰকাৰ। বেলেগকৈ টকা-সিকা যদি আনিছ, মোৰ হাতত থৈ দিয়া ভাল। বিদেশ-বিভূঁই বুলি কথা। অযথা হৰণ-ভগন হ'লে সৰ্বনাশ হ'ব।'

সত্যকিংকৰৰ বাহিৰে বাকী তিনিজনে নিজ নিজ টোপোলাবোৰ খুলিলে।

বলদেৱে ক'লে, 'আয়ে মোক একুৰি টকা দিছে। প্ৰভুৱেই ৰাখক।'

পদ্মই ক'লে, 'মোৰো তিমানেই আছে।'

গোসাঁয়ে পেটে পেটে হাঁহি টকাখিনি নিজৰ দখললৈ আনিলে। ধ্ৰুৱ দুখীয়া পৰিয়ালৰ ল'ৰা। পঢ়াতহে চোকা। আদ্য পৰীক্ষাত অসমৰ ভিতৰতে প্ৰথম হৈছিল। সি ক'লে, 'মোৰ লগত বৃত্তিৰ টকা পাঁচটা আছে।' গোসাঁই সেমেকি গ'ল। 'পাঁচ টকা! থাকক দে সেইকেইটা তোৰেই লগত।'

'সত্য, তোৰ টোপোলাবোৰ নুখুলিলি দেখোন। তই ডাঙৰৰ কথা বৰ নুশুনাকৈ চল অ'। এইটো কিন্তু একো ভাল অভ্যাস নহয়। অথচ তোৰ মহাৰ কেনে নিৰ্জু

প্ৰকৃতিৰ সৰল আৰু বিনয়ী মানুহ। ডাঙৰৰ কথাৰ কেতিয়াও খিলাফ নকৰে। তোৰ দেউতাৰো বৰ গুণী মানুহ আছিল। তইহে কিয় জানো এনেকুৱা হ'লি? বৰ বেয়া কথা। খোলচোন বাৰু টোপোলাবোৰ। মহাৰেই সকলো ঠিকে-ঠাকে আছেনে মোক দঢ়াই দঢ়াই চাবলৈ কৈছিল।'

গোসাঁয়ে কেনেকৈ পাহৰে যে বিশ্বনাথৰ পৰা সত্যৰ বাবদ তেওঁৰ একো আয়েই নহ'ল। বিশ্বনাথে মাথোন টিকটৰ পইচা আৰু নগদ কুৰি টকাহে দিছে। অথচ ধ্ৰুৱৰ দৰে দুখীয়া ল'ৰাৰ দেউতাকেও দিছে নগদ সাতকুৰি। গাই দুজনী বিক্ৰী কৰিও টকাৰ যোগাৰ কৰিছে।

গোসাঁইৰ নেৰানেপেৰা হেঁচা দেখি সত্যৰ বুকুখন চিৰিংকৈ গ'ল। তাৰ ভয়ো লাগিল। কিবাকৈ টোপোলাটো পাই গ'লে গোসাঁয়ে সেইটোৰ কি গতি কৰিব, সত্যৰ ইতিমধ্যে ধাৰণা হৈ গৈছে। সি বাংকত উঠি কৌশলেৰে অলংকাৰ আৰু টকাৰ টোপোলাটো মূৰ শিতানৰ ফালে দি বাকী দুটা টোপোলালৈ আঙুলিয়াই ক'লে, 'এইবোৰত কাপোৰ, সান্দহগুড়ি, দুই-এখন কিতাপ আৰু বগৰী কেইটামান আছে। খুলিম নেকি?'

গোসাঁই স্তম্ভিত হ'ল।

তেওঁৰ সত্যৰ কথাত সমূলি বিশ্বাস হোৱা নাই।

'হেৰ, তোৰো যে কথা। বিশ্বনাথ মাষ্টৰ আৰু তোৰ চেনেহৰ মাহীয়েৰেই তোক ফুটাকড়ি এটাও দিয়া নাইনে?'

সত্যই খাৰাংখাচ উত্তৰ দিলে, 'দিয়া নাই। মই আপোনাৰ হাততেই দিয়া বুলি ভাবি আছো।'

গোসাঁই স্তব্ধ হৈ গ'ল।

কোনোবাই দুয়ো গালত ঠাচ্‌কৈ দুটা চৰহে যেন শোধাই দিলে।

'মোৰ বৰ টোপনি ধৰিছে, শোওঁ', বুলি দীঘলকৈ কেইটামান কৃত্ৰিম হামি মাৰি গোসাঁইলৈ পিঠি দি সি শোৱাৰ ভাও জুৰিলে।

ৰে'ল দুলি দুলি আগবাঢ়িছে।

গোসাঁইৰ মগজুতো আৰম্ভ হ'ল যাদৃচ্ছিক দোলন। সত্যকিংকৰৰ আস্পৰ্ধাই তেওঁৰ হাড়লৈকে বিন্ধিছে। এই ল'ৰাটোৱে নাৱেৰে পাগলাদিয়া পাৰ হোৱাৰে পৰা প্ৰতিটো কামতে তেওঁক অসহযোগ কৰিছে। নলবাৰী ৰে'ল ষ্টেচনলৈ পোন্ধৰ মাইল

বাট খোজ কাঢ়ি আহোতে সি হয় সতীৰ্থৰ আগত, নহয় পিচত থাকি বাট বুলিছে। আনকি বৰভাগজাৰীৰ জগন্নাথ গোসাঁইঘৰৰ পুৰোহিত ধীৰনাথ বাপুৰ ঘৰত দুপৰীয়া জা-জলপান খাওঁতেও সত্যকিংকৰে ভোক নাই বুলি একো এটা মুখত নিদিলে। এই কথা-কাণ্ডবোৰ গোসাঁইৰ নজৰ এৰাই যোৱা নাই। বৰং সি ভেকাহি মাৰিহে উঠিছিল, 'এনেকৈ এৰাবাৰীৰ মাজেৰে বাট পোনোৱাতকৈ আমাক দেখোন ৰাজআলিৰে গৰুগাড়ীতে আনিব পাৰিলেহেঁতেন। এই ৰ'দত ইমান কষ্ট সহিব পাৰি নেকি?'

সি গোসাঁইক লক্ষ্য কৰিয়েই তিতালগাকৈ শুনোৱাই কথাকেইটা কৈছিল।

তেওঁৰ খঙে আগচুলি পাইছিল; কিন্তু শিষ্যৰ ঘৰত তৰ্কত প্ৰবৃত্ত হ'লে গুৰুৰে সন্মান হানি হোৱাৰ ভয়ত মনে মনে থকাৰ বাহিৰে গতি নাথাকিল।

টোপোলা খুলিবলৈ ক'লে, তাতো সি কাণ নিদিলে। এনেকুৱা জেদী আৰু গোৱাৰ বুলি আগতে জনা হ'লে লাভ-লোকচানৰ অংকটো তেওঁ বেলেগ এখন চিলঠত কৰি চালেহেঁতেন। বিশ্বনাথৰ লগতো বহুদিন বাটকুৰি বাই ভাব জমোৱাৰ অপচেষ্টা নকৰিলেহেঁতেন। লাভেই যদি নহ'ল, লাভৰ ধন যদি এনেকৈ টিয়াই খোৱা অবস্থা এটা হয়, কোনে এনেকৈ এটা ল'ৰাৰ দাযিত্ব লৈ অতিৰিক্ত জঞ্জাল চপায়? পোহা পুখুৰীৰ মাছ আপদীয়া বৰষুণৰ পানীত উটি গ'লে কাৰ বুকুত খুন্দা নালাগিব?

দুখ-বেজাৰত ম্ৰিয়মান গোসাঁই দুলি দুলি ছিটতে টোপনি গ'ল। কাষত ভৰি কোঁচাই ধ্ৰুৱও নিদ্ৰাত লালকাল।

সত্যই সযতনে সন্তৰ্পণে সকলো লক্ষ্য কৰি আছিল। সি চান্দি আছিল কেনেকৈ তললৈ নামিব পাৰে। সি দুটামান কৃত্ৰিম কাহ মাৰি চালে। নাই, গোসাঁইৰ কোনো সাৰ-সিকতি নাই। বৰং তেওঁৰ নাকহে বাজিবলৈ ধৰিছে। সি টোপোলাটো উলিয়াই ধুতীৰ বেৰপেটিত ভালকৈ খুঁচি লৈ সূতী চাদৰেৰে গাটো ঢাকি ল'লে।

তাৰপিচত সন্তৰ্পণে তললৈ নামি আহিল। দিনত মাধৱ মিশ্ৰৰ লগত তাৰ চিনাকি হৈছিল। তেওঁৰ লগত অহা গোঁফ ঠুটিওৱা তাৰে সমান ওখ-পাখ নাৰায়ণ নামৰ ল'ৰাজনৰ লগতো সি কথা-বতৰা পাতিছিল। সত্য কুঠৰীটোৰ পৰা নিঃসাৰে ওলাই মিশ্ৰহঁত থকাৰ ফালে আহিল।

মিশ্ৰ শোৱা নাছিল। তেওঁ জৰাজীৰ্ণ লেতেৰা চাদৰ এখনেৰে গা ঢাকি বিড়ি টানি আছিল। ওচৰত নাৰায়ণ। কাষত মানুহ-দুনুহ নাই। দবাটোত দহ-বাৰজনমান যাত্ৰীহে আছে। সিহঁতক বাদ দি বাকীসকল নেপালী আৰু বঙালী।

তাক দেখি মিশ্ৰই সুধিলে, 'শৌচাগাৰলৈ যাবা নেকি?'

সি ক'লে— 'নাই, নাযাওঁ। আপোনালোকৰ মাত-কথা শুনিহে আহিলো। মোৰ টোপনি ধৰা নাই।'

'এৰা, ক'ত ধৰিব? জীৱনত কিজানি এই প্ৰথমবাৰ নিজৰ বিছনা এৰিছা। মোৰেই টোপনি নাহে। অথচ আধা জীৱন গ'ল ৰে'লতেই।'

মানুহজনক আপোন আপোন যেন লাগিল সত্যৰ। মুখখন শীৰ্ণ, কিন্তু তাত ৰুক্ষতা আৰু ধূৰ্তালিৰ চিন নাই। কথাও কয় ধীৰ লয়ত। তাত উগ্ৰ মেজাজৰ প্ৰকাশ নাই। কিন্তু গোসাঁয়ে কথা ক'লে বাজ পখীয়ে ঠোঁট কটালি থকা যেন লাগে।

সত্যই মিশ্ৰৰ পৰা অলপ দূৰত বহি তেওঁক সুধিলে, 'আপোনালোকে নামিবলগীয়া ষ্টেচনটো কেতিয়ামানে পাব?'

'এঃ, পাবৰ হ'বহিয়েই লাগে। ঠিক ধৰিব পৰা নাই। ষ্টেচন পাৰ হৈ যোৱাৰ চিন্তাতেই ৰাতি টোপনি নাহে। দলগাঁৱত ৰয়ো অলপ সময়হে। নাৰায়ণো নতুন। আমি অলপ পিচত দুৱাৰমুখলৈ উঠিম বুলিহে ভাবিছো।'

'তাৰপৰা ক'লৈ যাব?'

'এঃ, তাৰপৰাও বহুদূৰ। দলগাঁৱৰ কাষতে বীৰপাৰা টাউন। পুৱা এখনেই বাছ যায়। বৰ ভিৰ হয়। তাতে উঠি সৰুগ্ৰাম, ধূপগুড়ি, ময়নাগুড়িলৈ যাব পাৰি। সৰুগ্ৰামত আমাৰ বাহা আছে। আগতে তোমালোকৰ গাঁৱৰে পূৰ্ণ দেউৰ বাহা আছিল সেইটো। কাষতে টোলো আছিল।' 'টোলখন এতিয়াও আছেনে?' সতৃষ্ণ নয়নে প্ৰশ্ন কৰিলে সত্যকিংকৰে।

'আছে। কিন্তু ঘৰ-দুৱাৰৰ অৱস্থা বৰ এটা ভাল নহয়। ৰঙা ইটাৰ ঘৰ আৰু বেৰ, মাজে মাজে ফাটি-ছিটি গৈছে। আদ্য-মধ্যত ছাত্ৰ নায়েই, উপাধিতো এজন কি দুজন। গোবিন্দ অধ্যাপকে এই টোললৈ পিঠি দিয়া বুলিয়েই ক'ব পাৰি। তেওঁ শিৱগঞ্জৰ টোলৰ প্ৰতিহে এতিয়া বেছি মন দিয়ে। সপ্তাহত এদিনমানহে আহে ইয়ালৈ।'

হঠাৎ বৰ ব্যগ্ৰ হৈ পৰিল মাধৱ মিশ্ৰ। গাড়ীৰ গতি ধীৰ হৈ আহিছে। তেওঁ খপজপকৈ দুৱাৰমুখলৈ আহি নাৰায়ণক উদ্দেশ্য কৰি চিঞৰিলে, 'নাৰায়ণ, টোপোলা লৈ আহা। পালোহিয়েই। আউটাৰত গাড়ী ৰ'ব। ইয়াত নামিলেই সুবিধা। সৌটো বীৰপাৰাৰ বিখ্যাত শিৱমন্দিৰ।'

মিশ্ৰ আৰু নাৰায়ণ কোবাকুবিকৈ নামিল। নাৰায়ণে ডাঙৰ ডাঙৰকৈ গুহ্যাতি

মন্ত্র মাতিলে-— 'ওঁ অবিঘ্নং কুৰু মে নিত্যং বিঘ্নঞ্চ প্রতিহন্যতাম্। যাত্রামংগল সিদ্ধৰ্থং একদন্তং নমোস্তুতে। ওঁ সৰ্বমংগলমংগল্যে শিৱে সর্বার্থসাধিকে। শৰণ্যে এ্যম্বকে গৌৰি নাৰায়ণি নমোস্তুতে।।'

সত্যকিংকৰে আৰু একমুহূৰ্তও পলম নকৰিলে। লগত অনা টোপোলা দুটা লৈ মাধৱ মিশ্রহঁত নামি যোৱা দুৱাৰেৰেই নামি হনহনাই তেওঁলোকৰ পিচ ল'লে।

তৎ মুহূৰ্তেই দীঘলীয়া এটা উকি মাৰি ৰে'ল চলিল।

সত্যকিংকৰে পিচমুখ দি সেউজীয়া ছিগনেলৰ পোহৰলৈ চাই চাই নাৰায়ণহঁতক অলপ দূৰে দূৰে অনুসৰণ কৰিবলৈ ধৰিলে।

তেতিয়া ৰাতি পুৱাওঁ পুৱাওঁ হৈছে।

॥ চাৰি ॥

এই ঘটনাৰ এযুগ পিচৰ কাহিনী।

বাৰোবাধা নদীৰ পাৰত পূজাৰী সত্যকিংকৰে অৰ্ঘ্যাত পানী লৈ চন্দন-ঘৰ্ষিত পুষ্প, ত্রিপত্ৰবিশিষ্ট দূৰ্বা আৰু চাউল লৈ পিতৃ-শ্রাদ্ধ উপলক্ষে দুহাতেৰে সূৰ্য্যাৰ্ঘ্য দান কৰিছিল এদিন ৰাতিপুৱা। প্ৰদোষ তেতিয়া সুকুমাৰী। সূৰ্য মুহূৰ্তপূৰ্বে ৰক্তাভ কৰোজ্জ্বল।

ওঁ নমো বিবস্বতে ব্রহ্মণ ভাস্বতে বিষ্ণু তেজেসে।

এষোহৰ্ঘঃ শ্ৰীসূৰ্য্যায় নমঃ।

তেওঁ তটিনীলৈ চাই আছিল।

সোঁতৰ বুকুত তেওঁ আৱিষ্কাৰ কৰিবলৈ লৈছিল নিজৰ জীৱন। জীৱন বহমান স্ৰোতস্বতী ভিন্ন কি?

তেওঁ পিতৃৰ স্মৃতিৰ উদ্দেশ্যে শ্ৰদ্ধাসুমন অৰ্পণ কৰাৰ প্ৰাক্‌মুহূৰ্তত বিষ্ণুক স্মৰণ কৰিবলৈ ল'লে- -

নমঃ সৰ্বমংগল মংগল্যং বৰেণ্যং বৰদং শুভম্।

নাৰায়ণং নমস্কৃত সৰ্বকৰ্মাণি কাৰয়েৎ।
নমঃ শংখচক্ৰধৰং বিষ্ণু দ্বিভুজং পীতবাসসম্
প্ৰাৰম্ভে কৰ্মনাং বিপ্ৰঃ পুণ্ডৰীকং স্মৰেদ্ধৰিম।।

নমঃ অপবিত্রঃ পবিত্রো বা সর্বাবস্থাং গতোহপি বা।
যঃ স্মৰেৎ পুণ্ডৰীকাক্ষং স বাহ্যাভ্যন্তৰঃ শুচি।
নমঃ মাধবো মাধবো বাচি মাধবো মাধবো হৃদি
স্মৰন্তি সাধবঃ সৰ্বে সৰ্বকাৰ্যেষু মাধবম্।।

সেইমুহূৰ্তত তেওঁৰ চকুৰ আগত ভাহি উঠিল এযুগ আগতে এৰি অহা স্নেহবন্ধন বিজড়িত এখন নদীলৈ। সেই নদী বাৰোবাধাতকৈ ডাঙৰ আৰু গভীৰ। মাঘ মাহতো তাত এবুকু পানী থাকে। নাও ব্যৱহাৰ নকৰিলে কাপোৰ নিতিওৱাকৈ নদীখন পাৰ হ'ব নোৱাৰি। নাভূত- নাশ্ৰুত বাৰাণসীলৈ যিদিনা আহিছিল নীল গোসাঁইৰ লগত, সিদিনা নদীখনে যেন বৰ বেজাৰ পাইছিল। হিজলবোৰে পাত আৰু বেঙুণীয়া ফুলবোৰ অৱনত কৰিছিল দুখত। বগলীবোৰে, মাছৰোকা চৰাইবোৰে তাক বিদায় দিছিল অশ্ৰু নিগৰাই। হালি গৈছিল মাদুৰি বনৰ দীঘলীয়া আগবোৰ।

বহু পানী বৈ গৈছে বাৰোবাধাৰ বুকুৰে সিদিনাৰ পৰা। একেদৰে বহু পানী বিদায় দিছে পাগলাদিয়াই।

আছেনে সেই চৰাইবোৰ, কৰচ গছবোৰ, মাদুৰিৰ জংঘলবোৰ?

অহনা মাহী বুঢ়ী হ'ল কিজানি। বেউলা বাই এতিয়ালৈকে নিশ্চয় বাচি থকা নাই। তেওঁৰ হাড়ত নিশ্চয় বন গজিল।

বিশ্বনাথ মহাকৰ কথা মাজে মাজে মনত পৰে। মনত পৰা মুহূৰ্তত সত্যকিংকৰৰ বুকুখন এটা গধুৰ শিললৈ পৰিবৰ্তিত হয়। যেন এক দুস্ত্যজ ভাৰ।

সেই লোভী, স্বাৰ্থপৰ, হিংসাকুৰীয়া মানুহজনে নীল গোসাঁইৰ লগত লগ লাগি তেওঁৰ জীৱনৰ সুঁতি পাগলাদিয়াৰ পৰা বাৰোবাধা কৰিলে। বিশ্বনাথ মাষ্টৰ আৰু গোসাঁইক ক্ষমা কৰিব নোৱাৰিলে সত্যকিংকৰে।

পিতৃ-পিতামহৰ ভিঠাৰপৰা বিশ্বনাথৰ চক্ৰান্ততেই সি স্থানচ্যুত হ'বলগীয়া হৈছিল। নহ'লে বেউলা আৰু বিনো বাইৰ সহায়ত তাতে থাকি সি মাইনৰ স্কুল পাছ কৰিব পাৰিলেহেঁতেন। অন এটা জীৱন গঢ়ি উঠিলহেঁতেন। পঢ়াত তাৰ আগ্ৰহ আছিল। নলবাৰী বা পাটাছাৰকুছিৰ উচ্চ ইংৰাজী বিদ্যালয়তো কষ্ট কৰি হ'লেও পঢ়িব পাৰিলেহেঁতেন। সংস্কৃতৰ প্ৰতিও সত্যকিংকৰৰ ধাউতি কম নাছিল; কিন্তু ইমান বাধ্যবাধকতাৰ গভীৰ ভিতৰত আবদ্ধ হৈ থাকি কেৱল পৌৰোহিত্যৰ অৰ্হতাৰ বাবেই সংস্কৃত পঢ়াৰ বিৰোধী আছিল সত্যকিংকৰ। অথচ দুৰ্ভাগ্যই ঠেলি ঠেলি তেওঁক সেই অনভিপ্ৰেত অনাকাংক্ষিত আবৰ্তলৈ হোঁহকাই আনিলে। তেওঁ সংস্কৃত পঢ়ি শেষত পূজাৰী হ'বলগীয়া হ'ল। জীৱনৰ সোঁত বিস্তীৰ্ণ পাগলাদিয়াৰে ঘূৰি ঘূৰি তৰী বিশীৰ্ণা বাৰোবাধাৰেহে পাকঘূৰণি খাই আগুৱালে।

# # #

সেই নিশা গাড়ীৰ পৰা নামি গৈছিল এটা ভয়ানক শংকাৰ কালছায়া উদ্যত খড়গৰ দৰে নিধনৰ বাবে বুকুলৈ নামি অহা দেখি। সত্যকিংকৰে নিঃসন্দেহে ধাৰণা কৰিছিল যে গোসাঁয়ে ছলে-বলে-কৌশলেৰে হ'লেও সোণ-ৰূপ আৰু টকাৰ টোপোলাটো হাত কৰিব। সেই সম্পদবোৰ চলন্ত ৰে'ল এখনত লুকুৱাই ৰখাৰো কোনো ৰাস্তা নাই। কাকো বিশ্বাস কৰিব নোৱাৰি। ৰাতিটো পাৰ কৰিব পাৰিলেও পিচৰ দিনবোৰত বা বাৰাণসীত হ'লেও নীল গোসাঁইৰ হাতোৰাই খেদি ফুৰিব টোপোলাটো। সেই সম্পদৰ প্ৰতি এটা সময়ত সত্যকিংকৰৰ কোনো বিশেষ দুৰ্বলতা নাছিল। পিচলৈ বেউলা বাইৰ কথাই বান্ধি পেলোৱাত তাৰ এই বিশ্বাস জন্মিছিল যে এই সম্পত্তিৰ লগত তাৰ মাকৰ নিৰ্মল স্নেহৰ দিগন্তই ঢুকি পোৱা বিশাল সম্পৰ্ক আছে। ইয়াক অবাবত হেৰুওৱা মানে মাকৰ আগ্ৰহ আৰু ভৰসাত কুঠাৰাঘাত কৰা। এনে বোধ হোৱাৰ পিচত সামগ্ৰীখিনিৰ ৰক্ষণাবেক্ষণৰ বাবে সত্যকিংকৰ অতি সাৱধান আৰু সতৰ্ক হৈ পৰিছিল।

ৰে'লৰ পৰা সেই নিশা এনে এক অস্থিৰতা আৰু আত্মগ্লানিৰ বাবেই নামি গৈছিল সত্যকিংকৰ। আৰম্ভ হৈছিল পট পৰিবৰ্তনৰ সূচনা, এক নতুন কোৰকৰ ধীৰ উন্মীলন।

চকুৰ ওচৰত যেন আকাশ খহি পৰিছে বজ্ৰপাতৰ দৰে। অন্ততঃ মাধৱ মিশ্ৰৰ তেনেকুৱা যেনেই লাগিছিল হঠাৎ ৰাস্তাৰ ভাঁজ ঘূৰোতে সত্যকিংকৰক দেখি।

সত্যকিংকৰে নিভাঁজ সততাৰে তাৰ মৌহূৰ্তিক সিদ্ধান্তৰ অন্তৰালৰ কথা জনাই তেওঁৰ সাহায্য ভিক্ষা কৰিছিল আৰু আশ্ৰয়ো বিচাৰিছিল।

'কিন্তু গোসাঁইকতো এনে ধূৰ্ত, অত্ত্ৰীণপাতকী মানুহ বুলি জনা নাছিলো।' মিশ্ৰই যেন নিজকে ক'লে। নাৰায়ণে সমৰ্থন কৰিলে, 'আটাইতকৈ টান কামটোৱেই হ'ল মানুহ চিনাটোৱেই।'

'অৱশ্যে গোসাঁইক আগতে বৰ এটা লগো পোৱা নাছিলো। কেইবছমান আগতে অময়াপুৰৰ বিষ্ণুযজ্ঞত সখিৰ ঘৰত লগ পোৱা। তেওঁ তন্ত্ৰ-মন্ত্ৰৰ কথাহে বেছিকৈ কৈছিল— যিমানদূৰ মোৰ মনত পৰে। আহা তেন্তে। নাৰায়ণ যদি থাকিব পাৰে, মোৰ বাহাত তুমিও থাকিব পাৰিবা। কিন্তু পঢ়া-শুনা তুমি কৰিব লাগিব। গোবিন্দ অধ্যাপকৰ লগত তোমাক লগ কৰাই দিম। টোলত এতিয়া থকা-মেলাৰ সুবিধা নাইকিয়া হৈছে। কিন্তু ক'লেই ৰমেশ প্ৰধানীয়ে তোমাক ঘৰ এটা এৰি দিব। তেওঁ সৰুগ্ৰামৰ অতি সজ্জন ব্যক্তি।'

মাধৱ মিশ্ৰই সত্যকিংকৰক তিলমানো অনাদৰ কৰা নাছিল।

বৰং হৃদয় উবুৰিয়াই মৰমহে কৰিছিল।

আনকি তেওঁ তাক ৰন্ধা-বঢ়া কৰি পৰ্যন্ত খুৱাইছিল। বয়সে ন্যুব্জ কৰিলেও তেওঁ সুস্বাদু ব্যঞ্জন তৈয়াৰ কৰাত সময় আৰু শ্ৰম ঢলিছিল সত্যনাৰায়ণ পূজা কৰাৰ আগ্ৰহেৰে।

সত্যকিংকৰৰ পুষ্ট দেহ, কান্তিময় চকু, কেঁকোৰা চুলি, শ্ৰমপ্ৰয়াসী মন, নিসৰ্গ-প্ৰীতি আৰু অধ্যয়ন লিপ্সাই মাধৱ মিশ্ৰক কেৱলযে প্ৰীত কৰিছিল তেনে নহয়, তেওঁ আন এটা ভাবনাৰ লগত সত্যক সাঙোৰ খুৱাই ৰোমাঞ্চিত অনুভৱ কৰিছিল। অৱশ্যে সত্যৰ ওঠৰ বছৰ নোহোৱালৈকে তেওঁ নিজকে লুকুৱাই ৰাখিছিল অপ্ৰকাশৰ মেৰঘৰত।

নাৰায়ণকহে তেওঁ এদিন বাৰোবাধাৰ পাৰত শুক্লপক্ষৰ এটা দশমী তিথিত জুৰ জোনাকৰ নিবিড় অভিৰাম আলিংগন গ্ৰহণ কৰি শীতল অনিলৰ আত্ম তৃপ্ত কৰা পৰশ লৈ বুকুৰ গভীৰত অতদিনে সঞ্চিত কৰি ৰখা অভিপ্ৰায়টো ব্যক্ত কৰিছিল, 'নাৰায়ণ, চম্পা আৰু ধৰিত্ৰীৰ কথা মই ভবা নাই। কিন্তু তোমাকতো একো কথা লুকুৱাব নোৱাৰো। ৰাধা যে দহ পাৰ হৈ এঘাৰ বছৰত ভৰি দিওঁতেই ঋতুমতী হ'ব আমি সপোনতো ভাবিব পৰা নাছিলো। গোপনে গোপনে কত চেষ্টা-চৰিত্ৰ কৰিলো, কিন্তু ক'তো এটা পাত্ৰৰ ব্যৱস্থা কৰিব নোৱাৰিলো। ইয়াতকৈ ডাঙৰ দুৰ্ভাগ্য আৰু কি হ'ব পাৰে? ই যে কিমান ডাঙৰ অপৰাধ, মোতকৈ বেছি গভীৰভাৱে কোনে বুজিব? মোৰ নৰকতো স্থান নহ'ব। ইফালে চম্পা আৰু ধৰিত্ৰীও ডাঙৰ হৈ আহিছে। তাৰপিচতো আৰু ছোৱালী আছে। সিহঁতক বিয়া দিবলৈ মই বাচি নাথাকো দিয়াচোন।'

'এৰা, মানুহৰ জীৱননো কিমান দীঘল!' নাৰায়ণে এটা হুমুনিয়াহ কাঢ়ি সুৰ নলগোৱাকৈ ক'লে— 'অথিৰ ধন-জন জীৱন যৌৱন, অথিৰ এহু সংসাৰ...।'

'মই ৰাধাৰ কথা চিন্তা কৰিছো, নাৰায়ণ।'

'কি কথা?'

'ক'বলৈ জিভা দোৰোলেই খায়', মাধৱ মিশ্ৰই কপালৰ গাঁঠি কোঁচ খুৱাই ক'লে, 'এইবাৰ সত্যই উপাধি দিব। গোবিন্দ অধ্যাপকে কৈছে— সত্য ছাত্ৰ হিচাপে বৰ ভাল। ৰাধাৰ কথা তেওঁকে সুধি চাব পাৰো নেকি? নে বেয়া হ'ব? তুমি কি কোৱা? অৱশ্যে ৰাধাৰ লগত সত্যৰ বয়সৰ পাৰ্থক্য বৰ কম হ'ব।'

'হ'লেতো বৰ ভাল কথাই হয়। সত্যৰ আন কোনো পাৰিবাৰিক জঞ্জালো নাই।

মহাকৰ লগত সম্বন্ধ ছিঙিয়েই গৈছে। দেউতাকৰ দিনৰ মাটি-বাৰীও ভালেমান আছে।' 'এৰা, কিন্তু কওঁ কেনেকৈ?' মিশ্র যেন ভাবৰ জটিল আবর্তত সোমাই পৰিল।

'এবাৰ তেওঁক আপোনাৰ ঘৰলৈ ঘৰ দেখুৱাবলৈ বুলি লৈ যাওক। তাৰ আগতে তেওঁক কথাটো মই কাণ চোৱাই থ'ম।'

'নাই, নাই, নালাগে। আগতে কৈ থ'ব নালাগে। পিচত ক'লেও হ'ব। আগতে আমাৰ ঘৰলৈ যাওকেইচোন। তুমিও ওলাবা। তোমাৰ লগ-সংগ পালে যোৱাত হয়তো আপত্তি নকৰিবও পাৰে।'

নাৰায়ণৰ মুখলৈ চাই মিশ্র আশ্বস্ত হ'ল। তাৰ মুখখন উজ্জ্বল। নাৰায়ণৰ যে তেওঁৰ দুখ-সুখ বুজাৰ সমমর্মিতা আছে, মিশ্রই সেইটো বুজি পায়। সমস্যাবোৰে তেওঁক যে দিনে দিনে ভাৰাক্রান্ত কৰি তৰামাছৰ নেজে জপটিয়াই ধৰাদি মেৰিয়াই ধৰি অকালবৃদ্ধ, অথর্ব কৰিছে, নাৰায়ণে ভালকৈ বুজি পায়।

সত্যৰ লগতো নাৰায়ণ বন্ধুৰ নিচিনা। সত্যই ৰমেশ প্রধানীৰ ঘৰত সুকীয়াকৈ ৰন্ধা-বঢ়া কৰি খায়। কিন্তু অৱসৰ পালেই নাৰায়ণে সময় কটায় সত্যৰ লগত। ৰাতি খোৱা-লোৱাৰ পিচতো বহুপৰলৈ দুয়োটাই গল্প-গুজব কৰে। আনকি বহুসময়ত প্রাতঃকৃত্যৰ বাবেও দুয়ো দোকমোকালিতে একেলগে বাৰোবাধাৰ পাৰৰ শিৰীষৰ জংঘলৰ ফালে ওলাই যায়। মিশ্রৰ বাহাৰপৰা ৰিং এটা মাৰিলেই ৰমেশ প্রধানীৰ ঘৰত শুনা পায়।

নাৰায়ণৰ লগত সত্যকিংকৰে কালী পূজা, দুৰ্গা পূজা, শিৱ পূজা আদিও কৰিবলৈ গৈছে। সত্যৰ উজ্জ্বল চকু, হাঁহিৰ আভাসেৰে প্রদীপ্ত মুখমণ্ডল, উন্নত কপাল, আবয়বিক উচ্চতা, সুঠাম স্বাস্থ্য, নৈষ্ঠিক আচৰণ আৰু সুললিত মন্ত্রোচ্চাৰণ যজমানৰ আকর্ষণৰ কেন্দ্র। তাতে থলুৱা বাংলা ভাষাত তাৰ দক্ষতা এটা ইতিবাচক মাত্রা। ইয়াৰ বাহিৰে সত্যৰ আকর্ষণ হ'ল অধ্যয়ন আৰু ভ্রমণৰ প্রতি। সি নাৰায়ণৰ লগত আনকি কালচিনি, ৰাজাভাতখোৱা আৰু জলদাপাৰাৰ জংঘললৈও বহুবাৰ ফুৰিবলৈ গৈছে। কেতিয়াবা খোজ কাঢ়ি কাঢ়ি এথেলবাৰীৰ চাহ বাগিচাৰ ফালেও ফুৰিবলৈ যায়। কেতিয়াবা বাৰোবাধাৰ পাৰত বহি দিগন্তলৈ চাই থাকে।

অৱশেষত মাধৱ মিশ্র সফল হ'ল। সত্য যে কেৱল তেওঁৰ ঘৰলৈকেই আহিল এনে নহয়, তেওঁৰ চকুৰ টোপনি, পেটৰ ক্ষুধা নিবৃত্তি ইচ্ছা হৰণকাৰী ভয়ানক চিন্তাৰ পৰাও সি তেওঁক উদ্ধাৰ কৰিলে।

এইক্ষেত্রত গুৰুত্বপূর্ণ ভূমিকাটো ল'লে নাৰায়ণেহে।

যদিও মাধৱ মিশ্রই ৰাধাৰ বিষয়ে আগতীয়াকৈ সত্যকিংকৰক একো জনাব নালাগে বুলি নাৰায়ণক কৈছিল, তথাপি বহু ভাবি-চিন্তি মাধৱ মিশ্রক অহৰহ জৰ্জৰিত কৰা বিপদটোৰ কথা অতি খোলামেলাভাৱে আলোচনা কৰিলে তেওঁ সত্যৰ লগত। লগত ইয়াকো ক'লে, 'তোমাক জোৰ নকৰো। কথাবোৰ তুমি নিজে দকৈ ভাবি চাবা। পৃথিৱীত এনে বিপদত পৰা মানুহ বহুত আছে। সকলোকে উদ্ধাৰ কৰি ফুৰিবলৈ তুমি পতিতপাৱন দত্ত হোৱাৰ কোনো দৰকাৰ নাই। মন আৰু অভিৰুচি বুলিওতো কথা এটা আছে। যদি ৰাধাক তোমাৰ সকলো দিশ বিবেচনা কৰি চোৱাৰ পিচত ভাল লাগে, বিয়া কৰাবা। নহ'লে নাই। আৰু কি জানা সত্য, আমি যিবোৰ নিয়ম আৰু সংস্কাৰত বন্দী হৈ থাকো, দৰাচলতে সেইবোৰৰ কোনো অৰ্থই নাই। আমাৰ স্বাৰ্থ আৰু সুবিধাৰ বাবেহে এইবোৰ সৃষ্টি কৰি লৈছো। এদিন দেখিবা, আটাইতকৈ বেছি নিয়ম নমনা শ্ৰেণীটো হ'ব বামুণ আৰু গোসাঁই। পৰিবৰ্তন অৱশ্যম্ভাৱী।'

সত্যই মনোযোগেৰে কথাবোৰ শুনি আছিল।

সি চেতনাৰ গৰ্ভলৈ সুমুৱাই লৈ গৈছিল বুদ্ধি, যুক্তি, বিবেচনাৰ সেই সাৰস্বত ধাৰাটো। শাস্ত্ৰত সেই কথাকে পঢ়িছে।

সত্যই শলাগিলে, 'তুমি ঠিক কথাই কৈছো। মোৰ মনে ধৰিছে।'

# # #

সত্যকিংকৰে পিতৃ-তৰ্পণ কৰি বাহালৈ উলটিল।

॥ পাঁচ ॥

দবাৰ ভিতৰত পোহৰৰ জিলিঙনি পৰাত নীল গোসাঁইৰ তন্দ্ৰা আঁতৰি গ'ল। তেওঁ চকু মোহাৰি চাৰিওফালে চালে। তিনিটা ল'ৰা শুই আছে। কিন্তু সত্যকিংকৰ ছিটত নাই। তাৰ টোপোলাকেইটাও আগৰ ঠাইত নাই। ওচৰ-পাঁজৰৰ আসনত কেৱল দুজন যাত্ৰী। বুকুখন চিৰিংকৈ গ'ল।

বুকুখনে হমহমাবলৈ ধৰিলে।

তেওঁ দবাটোৰ ইমূৰ-সিমূৰ চলাথ কৰিলে; পায়খানা ঘৰলৈ গৈও সত্যক বিচাৰিলে। নাই, ক'তো নাই ল'ৰাজন।

ভয়-শংকা-উদ্বেগত গোসাঁইৰ অন্তৰাত্মা কঁপি উঠিল। তেওঁৰ মুখটোৱে আচন্দ্ৰাই

কৰিলে। এতিয়া কি হ'ব? নে ৰে'লৰ আগত জাঁপ দিলে ল'ৰাটোৱে? তাৰ মতি-গতি অলপো ভাল দেখা নাছিল গোসাঁয়ে। তেওঁৰ চকুত তাৰ জেদ ধৰা পৰিছিল। কেইবাবাৰো কোৱা সত্ত্বেও সি টোপোলাকে নুখুলিলে। নিশ্চয় সি বহু টকা লুকুৱাই আনিছিল। গোসাঁয়ে অহুকাণে-পহুকাণে শুনিছিল যে ব্ৰজকিংকৰে কোঁচবিহাৰৰ মাথাভাংগাত এঘৰ ধনী জমিদাৰৰ ঘৰত থাকি যজমানী চলাই থাকোতে তেওঁৰ কাম-কাজত সন্তুষ্ট হৈ বহু মহাৰাণী মুদ্ৰা তেওঁক দান কৰিছিল। কি ঠিক, সত্যই সেইবোৰ পাইছে। সেয়েহে সি ৰজাকো দেও নোবোলে।

কিন্তু এনেকৈ থাকিলেতো নহ'ব। ল'ৰা তিনিটা এতিয়াও টোপনিত লালকাল। সিহঁত সাৰ পোৱাৰ আগতে কিবা এটা নিৰাকৰণ কৰিব লাগিব।

তেওঁ লগে লগে এটা কাম কৰিলে। লগত নিয়া টোপোলা দুটাৰ এটাতে সকলো বস্তু বান্ধি-কুন্ধি আনটো টোপোলা মেৰিয়াই অনা ধুতীখন খিৰিকিৰে দলিয়াই দিলে। সেইখন ধুতী তেনেই ফটা-ছিটা আছিল। গ'ল গ'ল তেনে এখন ধুতী। তথাপি তাৰ বাবেও তেওঁৰ কিছু আফচোঁচ থাকি গ'ল। ৰে'লত হেৰাব বুলি ভয় কৰি তেওঁ কোনোদিনে টিনৰ ছুটকেছ নানে। অথচ তেওঁৰ ঘৰত তেনে বস্তুৰ অভাৱ নাই। এবাৰ এলাহাবাদত তেওঁ একেলগে দুটা ছুটকেছ কিনিছিল। ঘৰত সেই দুটা এতিয়াও জিলিকি আছে।

তাৰপিচতে প্ৰত্যুৎপন্নমতি গোসাঁয়ে নাটক আৰম্ভ কৰি দিলে।

'এই ধ্ৰুৱ, এই বলদেৱ, উঠ, উঠ। কি কুম্ভকৰ্ণৰ দৰে শুই আছহঁক ঐ! মোৰ ই ফালে সৰ্বনাশ হ'ল। মোৰ বুকুত বৰ এটা কামোৰ মাৰি গ'ল অ' মোৰ বোপাইহঁত।' তেওঁ মূৰে-কপালে হাত দি হুকহুকাই কান্দিবলৈ ধৰিলে।

বলদেৱ, পদ্ম আৰু ধ্ৰুৱ ধহমহাই উঠিল। চকু মোহাৰি মোহাৰি তিনিওটাই ঘৰ-পোৰা গৰুৱে সেন্দূৰীয়া মেঘ দেখিলে চক খোৱাদি চকু বিস্ফোৰিত কৰি গোসাঁইলৈ চাই থাকিল কিংকৰ্তব্যবিমূঢ় হৈ। গোসাঁয়েনো কি কাৰণে তেনেকুৱা কৰিছে কাৰো বোধগম্য নহ'ল।

'তহঁতে ভেবা লাগি কি চাই আছ অ'? সত্যই যে মোৰ এনে সৰ্বনাশ কৰিব, মই জানো সপোনতো ভাবিব পাৰিছিলো? নিলে, নিলে, মোৰ সকলো লৈ সি কোন টলকত যে পলাই গ'ল! কি মৰ টোপনিয়ে পাইছিল অ' আমাক গোটেইমখাকে? তহঁত কেইটায়ো ৰাতিৰ ৰাতিটো এনেকৈ মৰাৰ দৰে পৰি থাকিব লাগেনে? গোটেইখিনি টকা-পইচা একে দাগতে উঠাই নিলেই, মোৰ কানি-কাপোৰৰ টোপোলাটোও নিলে। মোৰ দুটা টোপোলা, তহঁতে দেখিছিলিয়েই। চা, এতিয়া

এটাহে আছে। হায় মোৰ হৰি, অদৃষ্টত কি লিখা আছিল অ'? ভাগ্যে টিকটকেইটা চোলাৰ জেপত আছিল। ভগবানে বেনাৰস পোৱাই দিলেহে ৰক্ষা।'

তেওঁ অভিনয় কৰি কান্দিয়েই থাকিল।

কান্দোন নাথামেহে নাথামে। শেষত তেওঁ তাক বুকুভঙা উচুপনিলৈ পৰিবৰ্তিত কৰিলে। বেজালি আৰু তান্ত্ৰিকতাৰ বৃত্তিত নানা অভিনয় কৰি, ছলাহী কথা কৈ মানুহক ভুলাব পৰা ওস্তাদ অভিনেতাৰ আগত সংসাৰৰ আও-ভাও নোপোৱা তিনিটা কিশোৰ কোন কূটা! গোসাঁইৰ পেটে পেটে হাঁহি উঠিল। কিন্তু এইফেৰা কাম কৰিব নোৱাৰিলে তেওঁৰ সান্দহ খোৱা থালি ভৱিষ্যতে তল যাব। মানুহৰ আগত তেওঁ মুখ উলিয়াব কেনেকৈ? সকলোৱে তেওঁক সন্দেহ কৰিব। লোকৰ ল'ৰাৰ দায়িত্ব চম্ভালিব নোৱাৰিলে এনেকৈ বিদেশ-বিভূঁইলৈ নিয়ে কিয় বুলি অপযশ দিব। অথচ জনসাধাৰণক লৈয়ে তেওঁৰ কাৰবাৰ, তেওঁৰ দুপইচা। এবাৰ যদি মানুহৰ বিশ্বাস আৰু আস্থা হেৰাই যায় বা দুৰ্নাম-অপযশৰ ৰটনা-গঞ্জনা বৰ্ষিত হয়, খুব সোনকালে সেইবোৰ ধুই-মচি নিকা কৰা বৰ সহজ নহয়। কাৰণ সমাজত বিভিন্ন মনৰ মানুহ থাকে। কথাবোৰ কোনে কেনেকৈ লয়, বুজাই মস্কিল। কেতিয়াবা সাধাৰণ ঘটনা এটায়ো প্ৰভূত অপকাৰ কৰে, বাতিব নোৱাৰাকৈ কাপোৰ শতছিন্ন হোৱাৰ দৰে অৱস্থা হয়। আনে তেওঁৰ বাহিৰৰ ফালটোহে দেখে। তেওঁৰ নিজৰ দুখ কোনে পতিয়াব? উলাবড়ীৰ পৰা গৃহিনী আনিছিল ৰূপে চাট মাৰি ধৰা। পিচে অকৰ্মণ্যৰ টেঁকী। কূটা এগছো নিছিঙে। এটাৰ পিচত আনটো বেজাৰ। ধনিয়া মণিহাৰৰ গুটিৰ দৰে। এটা সন্তান জন্ম দিয়েই পচা কলগছৰ দৰে অদৰকাৰী হৈ পৰিল। গোসাঁয়ে মনে মনে ঔষধি বুলি ভাবে। বুঢ়া বাপেকটো অৰ্ধ-পাগল। দুটা ভায়েকেই ধোদ। কেৱল বৌৱেকৰ লগত কাজিয়া কৰি কটায়। তেওঁৰ আৰ্জনৰ ওপৰতে তিনি টেঙেলি মাৰি ডকা-হকা দি খাই থাকে। আনকি খেতি বাতিৰ ফালেও নাচায়।

নিজৰ মানুহৰ ওপৰত আকৌ বেজালি কেনেকৈ সম্ভৱপৰ? কুমন্ত্ৰ তেওঁ জানে। আহুদি, বশীকৰণ আদিও নজনা নহয়। এইবোৰ কৰিলে শেষত বিপদ চাপিব নিজৰ কান্ধতহে। এইবোৰ সাত-পাঁচ ভাবি তেওঁ তেনে কৰ্মৰ পৰা নিবৃত্ত হৈ আছে। অথচ খঙে-দুখে তেওঁ কেৰাহীত ভজা কাৱৈমাছৰ দৰে জঁপিয়াই থাকে, ভাঁজ খায়ো যায়।

বলদেৱহঁতে বহুসময় একো নমতা দেখি গোসাঁয়ে ইননি-বিননি জুৰি দিলে, 'তহঁত দেখোন কিবা সৰগ পৰা মানুহৰ দৰে হলিহঁক। বোলো মুখত মাত নুফুটে কেলেই? কিবা এটা ক। তহঁতে বাৰু সত্যই এনে এটা কাম কৰিব পাৰে বুলি

অলপো ফুট্ পোৱা নাছিলিনে? সি যে এনে এটা লম্পট, এনে এক গৰুচোৰ দিন-ডকাইত মুঠেও অনুমান কৰিব পৰা নাছিলিনে? মোৰ যে বুকুত গোৰটো মাৰিব চুকত থাকি, কোনো আন্দাজ হোৱা নাছিলনে তহঁতৰ?'

পদ্মই নিৰপেক্ষ মন্তব্য এটা দিলে— 'সত্যকতো আমি ভাল ল'ৰা বুলিয়েই ভাবিছিলো। আমাৰ লগততো খুব ভাল ব্যৱহাৰেই কৰিছিল।'

এইবাৰ গোসাঁয়ে পূৰ্ণ মাত্ৰাই সুযোগৰ সদ্ব্যৱহাৰ কৰিলে, 'ভাল? ভাল? কিহৰ ভাল? ভালৰ ভাল সৰ্বতিকাল। ভালেই যদি হ'লহেঁতেন, এনেকৈ বংশৰ গোসাঁইৰ টালি-টোপোলা, টকা-পইচা চুৰ কৰি মনে মনে পলাই পত্ৰং দিয়েনে? এনে পাপীষ্ঠ নৰাধমৰ কাম কৰেনে? এনেকৈ অৰণ্যত জুই দিয়েনে? এনেকৈ উলুৰ লগত বগৰী পুৰিবলৈ ফিৰিঙতি পেলায়নে? সি ৰৌ-ৰৌ নৰকতো স্থান নাপাব। এনেয়ে মাক-দেউতাকৰ মূৰ খাইছেনে? মহাকে দয়া কৰি আশ্ৰয় নিদিলে ক'ৰ মেটেকা তলৰ মাছৰ দৰে অতদিন জিভা লুটিয়াই মৰি থাকিলহেঁতেন। মানুহ হওক বুলি, পণ্ডিত হওক বুলি টকা-সিকা গাঁঠিৰ ধন ভাঙি মোৰ লগত পঠাইছিল। দিলে বাপেকে মজাটো। তহঁতেতো সকলো দেখিলিয়েই। মৰে য'তে মৰক বাপেকে! তহঁতেতো সকলো দেখিলিয়েই। মৰে য'তে মৰক। মানুহে সুধিলে সঁচা কথাটো ক'বি। তহঁতক মই আলাহু-আথানি নকৰো। ঠিক ঠাইতে পৌছাই দিম। কিন্তু মোৰ মনটো দুখত ভাগি গৈছে। হাজাৰ হওক, ডেকা ল'ৰা এটা এনেকৈ নোহোৱা হৈ গ'ল। তাৰ কি পানী খোৱা পুখুৰীত আমি বিহ ঢালিছিলো? সি গ'লতো গ'লেই, মোৰ বুকুখনো মচৰকৈ ভাঙি থৈ গ'ল। টকা-সিকা যোৱাৰ কাৰণে মই তেনেকৈ দুখ কৰা নাই। ভাগ্যত থাকিলে ধন হ'ল হাতৰ মলি।'

গোসাঁই থামিল।

এজন এজনকৈ ল'ৰাকেইজনৰ মুখলৈ চালে।

তেওঁৰ বুকু খলকি হাঁহিৰ জোৱাৰ। অভিনয়ত তেওঁ এশভাগেই সফল হৈছে। ল'ৰাইঁতে তেওঁৰ কথাত পতিয়ন গৈছে, তেওঁৰ দুখ হাড়ে হাড়ে প্ৰভূত মৰ্মবেদনাৰে উপলব্ধি কৰিছে। কাৰো চকুত অবিশ্বাসৰ ধনিষ্ঠামানো উদ্ৰেক ঘটা নাই।

'বাৰু, তহঁত শো। কেঁচা টোপনিৰ পৰা জগালো। বৰ বেয়া লাগিছে তহঁতৰ অৱস্থা দেখি। কিন্তু কি কৰিবি? মোৰ আৰু উপায় নাছিল। এনেকুৱা এটা ভয়াৱহ ঘটনা তহঁতৰ পৰা লুকুৱায়েই বা ৰাখো কেনেকৈ? যোৱাজন গ'ল। তাৰ কাৰণে চিন্তা কৰি লাভ নাই। কোন বা অচিন মুলুকত টটাটিঙা খেল খেলি আছে কোনে জানে? তহঁতৰো শিক্ষা এটা হ'ল। সাৱধানে থাকিবি। নহ'লে সত্যৰ দশাই দশা

হ'ব। আৰু মোক বিপদত নেপেলাবি। শোইঁক। ময়ো চকু দুটা এক কৰো। পিচে ক'ত টোপনি আহিব?'

কাৰো অৱশ্যে আৰু শোৱাৰ ইচ্ছা নহ'ল।

গোসাঁয়ে চকু দুটা মুদি পৰম আফচোঁচেৰে ভাবি গ'ল— বৰ লোকচান হ'ল তেওঁৰ। সত্যৰ টোপোলাটো নিজেই খুলি চাব লাগিছিল। কি ঠিক, ডাঙৰ দাও এটা হাত ফচ্‌কি গুচি গ'ল। অন্য চিন্তা তেওঁৰ নাই। বিশ্বনাথ তেওঁৰ শিষ্য। তেওঁক বুজোৱাত অসুবিধা নহ'ব। পিচে তেওঁৰ ঘৈণীয়েকজনীহে সত্যৰ বাবে পাগল। বেছিকৈ ফোঁচফোচালে বশ কৰিবলৈ তেওঁৰো জোলোঙাত সম্পত্তি নোহোৱা নহয়। আসন কৰি ফোঁট লগাই ওলোৱা ডাঙৰ ছোৱালী ফুলকুমাৰীক দেখিলে তেওঁৰ কথাবোৰ আউল লাগি যায়। বিশ্বনাথৰ ঔৰসত অপ্সৰা উপজিছে। তাইৰ ফালে চালে গোসাঁয়ে চকু ঘূৰাবই নোৱাৰে। বিশ্বনাথে ডাঙৰটো ল'ৰাক গুৱাহাটীত ৰাখি পঢ়ুৱাইছে। তাকো নিজৰ কব্জাত ৰাখিছেই। সময়ত বাণ এৰিব পৰা যাব। তেওঁৰ জাল ছিঙি বৰ সহজে কোনো যাব নোৱাৰিব। তেওঁ দীৰ্ঘ দুবছৰ যুঁজি যুঁজি গৌতমক কোনোমতে ভাল কৰিছে। তাক কুবেৰে ধৰিছিল। হঠাৎ সি হাত-ভৰি কোঁচাই কোঁচাই জোকাৰি জোকাৰি মুখেৰে ফেন উলিয়াই গৃহস্থ আৰু গাঁওৰ মানুহক কম ভয় খুৱাইছিলনে? সেই ল'ৰাক তেওঁ চিকিৎসা কৰি কৰি সুস্থ কৰিছে। বিশ্বনাথ বা তেওঁৰ পৰিবাৰে তেওঁক অস্বীকাৰ কৰিব পাৰিবনে? গৌতমে যদি কলেজ-তলেজ পাছ কৰি কিবা চাকৰি-বাকৰি পায়, সি হ'ব তেওঁৰ মূলধন ঃ সোণৰ কণী পৰা হাঁহ। আৰু ফুলকুমাৰী? গোসাঁইৰ হৃদয় ৰমৰমাই দেই যায় তাইৰ নিপোটল দেহৰ লাৱণ্য আৰু ভাঁজৰ ঔদ্ধত্য দেখিলে। তলৰজনী পুষ্পাকুমাৰীও সময়ত কম এজনী নহ'বগৈ। একেবাৰে শেহৰ দুজনীও ভৱিষ্যতে ভোটা তৰাৰ দৰে জিলিকি থকা হ'বগৈ। এনে কথা ভাবিলে গোসাঁইৰ হৃদয় মুহূৰ্ততে হৈ উঠে মতলীয়া। তেওঁ তেতিয়া ভ্ৰমি ফুৰে সপোনৰ এখন অময়াপুৰীত। ক'ত তেওঁৰ বেমাৰী হাড়ে-ছালে লগা গহনী আৰু ক'ত ফুলকুমাৰীহঁত? বাৰীৰ তৰা আৰু আকাশৰ তৰা। তুলনা কৰিবলৈ যোৱাটো এটা বাতুলতা।

সোমনগৰত গ্ৰন্থহঁতক হৰ শাস্ত্ৰীৰ হাতত গতাই দি গোসাঁই বদ্ৰীনাথ, কেদাৰনাথৰ ফালে ওলাল। তেওঁৰ মনত আনন্দৰ পছোৱা বলিছে। অন্ততঃ দুই-চাৰিমাহ তেওঁ শূন্যতে ঘূৰি ফুৰিব পৰা হৈছে। হাতত ভালেমান টকাও আছে।

প্ৰথম প্ৰথম তেওঁ হৰিদ্বাৰলৈ গ'ল।

এটা বছৰে তান্ত্ৰিক বাবাসকলৰ সন্নিধান ঘটা নাই। হৰিদ্বাৰৰ বাৰ্ষিক মেলাত

বিচিত্র পৰিবেশৰ সৃষ্টি হোৱাটোতকৈও অতি বিচিত্র সাধুৰ অদ্ভুত লীলা-খেলাহে দৰ্শনীয়। নগা উলংগ সন্নাসীৰ তান্ত্রিক ভেল্কিবাজী আৰু বেছি দৃষ্টি -আকর্ষক, ভয়লগা। কেইবাবাৰো গোসাঁই এনে মেলালৈ আহিছে। তান্ত্রিক সাধুক ভাঙৰ চিলিম জ্বলাই আগুৱাই দিছে ৰক্ত-বৰ্ণ বস্ত্র পৰিধান কৰি। ধুনিৰ কাষত পৰি ৰাতি কটাইছে বাবাসকলৰ চৰণ-বন্দনা কৰি। সাধুৰ মন গলোৱা কায়দা-কিটিপবোৰ শিকাইছিল বাৰাণসীৰ তান্ত্রিক কবিৰাজ শ্ৰীহৰ্ষই। গোসাঁইৰ অন্য একো ধাণ্ডা নাই— কেৱল কুমন্ত্র আৰু কুকাম শিকাৰ বাহিৰে। শিকিবলগীয়া থাকে অৱশ্যে চালাকিখিনিও। আৰু শিকে লতা-পাত, বন-দৰবৰ গুণ। গাংগাপ্পা নামৰ সাধু এজনৰ পৰা এবাৰ শিকিছিল বিভিন্ন আসন আৰু শিব তথা কালীসাধনা। সেই সাধুৰ পৰা জানি লৈছিল বীজমন্ত্রৰ অৰ্থ। হ্ৰীং, ফট্, বং, ক্ৰোং, যং, হুং আং, শ্ৰীং হ্ৰৌং, ঠং, ঐং, ক্লীং, ক্ৰীং ক্ৰীং আদি বিভিন্ন বীজমন্ত্রৰ ক'ত কেনেকৈ প্রয়োগ কৰিব লাগে তাকো শিকি লৈছিল কেৱল নিজৰ কামত অহাকৈ। লচমনঝুলাৰ মেলাত বহু কষ্টে গুৰু ভজিছিল উত্তৰ ভাৰতৰ ব্যোমদেৱ নামৰ এজন ওজাক। সেই ওজাই শিকাইছিল দেও-ভূতৰ মন্ত্র। গোসাঁয়ে এদিন সন্ধিয়াৰে পৰা শেষ ৰাতিলৈকে সেই ওজাক গঞ্জিকাত মত্ত কৰি তেওঁৰ হাতত থকা ৰক্তলিখিত পুথি এখন চুৰ কৰি পলাইছিল। তাৰপিচত আৰু সেইফালে মুখ কৰা নাই।

এইবাৰ গোসাঁই যিকেইদিন হৰিদ্বাৰত থাকিল, সেই আটাইকেইদিন জনকপুৰীৰ গৌৰভাষ সাধুৰ ডেৰাত থাকি কেৱল বিভিন্ন তৰ্পণকে শিকিলে। দেৱতৰ্পণ, মনুষ্যতৰ্পণ, দিব্য পিতৃতৰ্পণ, যমতৰ্পণৰ পৰা আৰম্ভ কৰি প্ৰেতত্তৰ্পণৰ আনুষংগিক কামবোৰ শিকিলে। আচলতে এইবোৰৰ কোনো দৰকাৰ তেওঁৰ নাছিল। কিন্তু বাৰাণসীত সময় কটালে কিবা অজুহাতত ধৰা পৰি যোৱাৰ ভয়ত তেওঁ আত্মগোপন কৰিবলৈ হৰিদ্বাৰকে প্ৰশস্ত ঠাই বুলি বিবেচনা কৰিলে। তদুপৰি সাধু পণ্ডিত গৌৰভাষৰ ডেৰাত খোৱা-লোৱাৰ বাবে কড়া-গণ্ডাৰো ভৰণি নাই, সকলো ফ্ৰীতে পোৱা যায়। আনকি বিছনা পৰ্যন্ত। গোসাঁইৰ সামান্য খৰচ হ'ল ৰক্তবৰ্ণ বস্ত্র আৰু ৰুদ্রাক্ষৰ দুডাল মালা কিনোতে। সেইখিনি নকৰিলে গৌৰভাষৰ ডেৰাত থকা অলেখ সাধুৰ ওচৰত ধৰা পৰি যোৱাৰ ভয় থাকে। গোসাঁয়ে অন্য সাধুক দেখুৱাই প্ৰাতঃকাল আৰু সান্ধ্যকালত প্ৰাণায়াম কৰাৰ ভাও দেখুৱাই থাকে। পূৰক, কুম্ভক আৰু ৰেচক নামৰ প্ৰক্ৰিয়াৰ অন্য নামেই প্ৰাণায়াম। ডেৰাৰ একেবাৰে এচুকত কম নজৰত পৰাকৈ তেওঁ অংগী-ভংগীবোৰ কৰি থকা দেখুৱায়। চকু মুদা যেন কৰা দেখুৱালেও তেওঁ কিঞ্চিত ফাঁক ৰাখি ইফালে-সিফালে চাই থাকে। বাওঁহাতৰ বুঢ়াআঙুলিৰে দক্ষিণ নাক টিপি ধৰি বাওঁ নাসৰন্ধ্ৰেৰে ধীৰে ধীৰে শ্বাস লোৱা কামটোকেই পূৰক বোলে। তেওঁ বাকীখিনি ঠিকেই কৰে— কেৱল লাহে লাহে শ্বাস

লোৱাৰ বাহিৰে। মন্ত্ৰও মুখস্থ আছে মাজে মাজে কেইশাৰীমানহে। এনেয়ে তেওঁ মন্ত্ৰ নামাতে। কিন্তু নিমীলিত নেত্ৰ-গবাক্ষেৰে আন সাধু ওচৰ চপা যেন দেখিলেই তেওঁ মন্ত্ৰাংশ বিৰবিৰায়, 'ওঁম, ৰক্তবৰ্ণং চতুৰ্মুখৰ্ণং... ওঁ ভূতঃ ওঁ ভুবঃ ওঁ স্বঃ মহঃ ওঁ জন, ওঁ তপঃ ওঁ সত্যম...' তাৰপিচত গায়ত্ৰী উচ্চাৰণ কৰে।

তেনেকৈ বিনাখৰচত কোনোমতে ধৰা নপৰাকৈ দুমাহৰো ওপৰকাল গৌৰভাষৰ গংগা-সামীপ্যৰ গুহা-ডেৰাশ্ৰমত কটাই এদিন হাতত সাৰে ভৰিত সাৰে কাকো একো জানিব নিদিয়াকৈ তেওঁ ভাটিমুৱা ৰে'লত উঠিল।

সাধুৰ বাবে আকৌ কিহৰ ৰে'লৰ টিকট?

গাত যাৰ ৰক্তাভ বস্ত্ৰ, কণ্ঠত ৰুদ্ৰাক্ষ, কপালত দীৰ্ঘ ৰক্তচন্দন তিলক, হাতত ভিক্ষাপাত্ৰ আৰু জিহ্বাত টিকিট-চেকাৰ দেখিলেই অস্ফুট মন্ত্ৰোচ্চাৰণ— 'শ্বেতং দ্বিভুজং ত্ৰিশূল ডম্বৰুকৰং অৰ্ধচন্দ্ৰবিভূষিতং ত্ৰিনেত্ৰং বৃষভাৰূঢ়ং শম্ভুং...'?

॥ ছয় ॥

নাৰায়ণে কৈছিল— 'অময়াপুৰ তোমাৰ ভালেই লাগিব। মাধৱ দেউ দুখীয়া হ'ব পাৰে, কিন্তু তেওঁৰ পৰিয়ালৰ মানুহবোৰ অতি ভাল। পৰিবাৰগৰাকী অতি সহজ-সৰল, গুণসম্পন্না আৰু মৰমিয়াল। অত্যন্ত ধাৰ্মিক। স্বামী-অনুৰাগী। ল'ৰা-ছোৱালীকেইটিও একে সাঁচতে গঢ়া। তুমি মাধৱ মিশ্ৰৰ ত্যাগৰ কথা শুনিলে বৰং আচৰিত হ'বা।'

ৰে'লত উঠাৰ পিচতেই নাৰায়ণে আৰম্ভ কৰিলে ঘৰৰ কথা।

মাধৱ মিশ্ৰ এসপ্তাহমান আগতেই ঘৰলৈ আহিছে। সত্যকিংকৰ প্ৰথমবাৰ সেই ঘৰলৈ যাব। এতেকে কিছু যা-যোগাৰৰ কথা আছে। এনেয়ে দুখীয়া মানুহ। অতিথি এজন গ'লে সামান্য হ'লেও শুশ্ৰূষা কৰিব লাগিব। তাতে অন্তৰাত্মাত অহৰহ উঠি আছে এটা কঁপনি। সত্যক প্ৰস্তাবটো শুনাব পৰাৰ বাট ওলাবনে? কিবা ভাবে আকৌ ল'ৰাটোৱে? ভুলেই বুজে নেকি? মন কুঁৱলীময়, চিন্তা সন্দিগ্ধ। তেওঁ নাৰায়ণে সৃষ্টি কৰা পটভূমিৰ কথা নাজানেই। নাৰায়ণেই ইচ্ছা কৰি জানিবলৈ নিদিলে। তাৰ এটা কাৰণ হ'ল নাৰায়ণৰ মনত বাহ লোৱা অনিশ্চয়তা। সকলো জনাৰ পিছতো সত্যই যদি কিবা কাৰণত ৰাধাৰ পাণি গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰে? বেয়াকৈ অপদস্থ হ'ব লাগিব নিজৰ ওচৰতেই। সত্যই সকলো শুনিছে গৈছে, হা বা না-একো এটাতো কোৱা নাই। সত্যৰ মনটো যেন বাকচ এটাতহে বন্দী হৈ আছে। নাৰায়ণে কথাটো

একো বেয়াও পোৱা নাই। এনেবোৰ সিদ্ধান্ত সুচিন্তিতভাবেই লোৱা ভাল। কাৰণ ইয়াৰ লগত সত্যৰ ভৱিষ্যত জীৱনৰ সম্পৰ্ক আছে ওতপ্ৰোতভাৱে।

'অৱশ্যে তোমাক এটা কথা মই এতিয়ালৈকে কোৱা নাই। জানো, তুমি বা শুনি কেনে পোৱা?' ৰ'ল গৈ আছে, নাৰায়ণে খিৰিকিৰে বাহিৰৰ সুনীল আকাশ, ভাহি থকা মেঘপুঞ্জ আৰু বেত্ৰকুঞ্জসদৃশ শ্যামলিমালৈ দৃষ্টি দি কথাকেইটা জ্যাবদ্ধ ধনুৰ পৰা শৰ এৰাদি এৰি দিলে, তাৰপিচত দৃষ্টি ফিৰাই আনি থাপিলে সত্যকিংকৰৰ মুখমণ্ডলৰ ওপৰত। এই মুখমণ্ডলত ভাবৰ কোনো তৰংগায়িত পৰিবৰ্তন নাই। এটা বহমান জলস্ৰোততহে যেন অজপ্ৰভ কৌলিন্যৰ বিন্যস্ত প্ৰকাশ। ঔৎসুক্য আছে ঠিকেই, কিন্তু কোনো অস্থিৰতা নাই।

নাৰায়ণে চাই আছে, কিন্তু কথাটো কোৱা নাই।

সত্যই ধীৰ-স্থিৰ কণ্ঠেৰে ক'লে, 'কোৱা, সংকোচ কৰিছা কিয়? তুমি যিহকে নোকোৱা কিয়, হয় সি শ্ৰুতিশ্ৰাব্য হ'ব, নহ'লে হ'ব শ্ৰুতি-বিপাক। মই নিজকে আজিকালি সংযত কৰিব পৰা হৈ গৈছো। 'দুঃখেষু অনুদ্বিগ্নমনাঃ ...'

নাৰায়ণে হাঁহি ক'লে, 'জানো। তুমি এজন পৰিপূৰ্ণ মানুহত পৰিণত হৈছা। অৰ্জন কৰিছা ব্যক্তিত্ব।' 'ধেৎ, ঠাট্টা নকৰিবা। পৰিপূৰ্ণতা অৰ্জনৰ বাবে অত্যন্ত গভীৰ, একান্ত নিশ্ছিদ্ৰ সাধনাত সিদ্ধি লাভ কৰিব লাগে।' সত্যকিংকৰে সাংখ্য আৰু সংহিতাৰ উক্তি কিছুমানলৈ মনত পেলালে।

এইবাৰ নাৰায়ণে সামান্য প্ৰস্তাৱনাৰ অৱতাৰণা কৰি ক'লে, 'মানুহৰ জীৱনত অহিত সাধনৰ উপসৰ্গৰ প্ৰভাৱেই বেছি। সমাজে জাপি দিয়া যন্ত্ৰণাও কম নহয়। ব্ৰাহ্মণ সমাজত পুৰণিকলীয়া সংস্কাৰৰ অন্ত নপৰালৈকে জীয়াই থকাৰ বহু প্ৰতিবন্ধক নাতৰিবই যেন লাগিছে। নহ'লে মাধৱ মিশ্ৰৰ দৰে মানুহ এজনক সমাজে এঘৰীয়া নকৰিলেহেঁতেন।' নাৰায়ণে সত্যৰ চকুলৈ চালে, তাত কোনো দৃষ্টিগত ৰূপান্তৰ ঘটা নাই। সত্যই কোনো প্ৰশ্নও কৰা নাই দেখি নাৰায়ণ আচাৰ্যই আকৌ ক'লে, 'এই যে তোমাক ৰাধাৰ কথা কৈছো, এইবোৰৰ মূল কাৰণ তাই বুলি মূৰ্খই ভাবিব পাৰে ঠিকেই। কিন্তু ঘাই কাৰণ হ'ল দৰিদ্ৰতা আৰু ক্ষমতাশীল এচাম মানুহৰ কৰ্তৃত্ব কায়েম ৰখাৰ কৌশল। আজি যদি মাধৱ মিশ্ৰ কোনোবা জমিদাৰ বা খ্যাতনামা ধনী হ'লহেঁতেন, ছোৱালী এজনী পুষ্পিতা হোৱাৰ আগতে তাইক বিয়া দিব নোৱৰাৰ অসুবিধাকে অপৰাধ বুলি গণ্য কৰি তেওঁক জুই-পানী নিলগ বা ঘাটালাগ-বাটালাগ কৰিব পাৰিলেহেঁতেননে? ঘটনাটো ঘটিছে চাৰি-পাঁচ মাহমান আগতে। এনেকৈ চুৱা লুকুৱাই মানসিক অপমান সহ্য কৰি থকাতকৈ মৃত্যুৱেই শ্ৰেয় বুলি ৰাধাই মিশ্ৰলৈ

অৰ্থাৎ দেউতাকলৈ চিঠি লিখিছিল। মানুহৰ সন্দেহৰ উদ্রেক ঘটিছিল কেতিয়াবাতেই। ইতিমধ্যে চম্পাৰো ধুৰুনী হৈছে। তাকো লুকুৱাব লগাত পৰিছে। ধৰিত্ৰীৰো আজি হওঁ কালিলৈ হওঁ অৱস্থা। কেৱল বিয়া দিব নোৱৰাৰ অসমৰ্থতাৰ বাবে বছৰৰ পিচত বছৰ ধৰি জুইক কাপোৰৰ আঁৰত লুকুওৱাৰ কোনো যুক্তি আছে নেকি? ৰাধাই চিঠিত প্ৰশ্ন কৰিছিল। সত্যক অস্বীকাৰ কৰি কোনো লাভ নাই। বিয়া হোৱা বা নোহোৱাটো কাৰো ইচ্ছাধীন নহয়, ইয়াত ভাগ্য, যোগাযোগ, অৰ্থনৈতিক অৱস্থা আদিৰ সম্পৰ্ক আছে। বিবাহ নহ'লে জীৱনটো অসাৰ হ'ব বুলিও ৰাধাই ভবা নাই। বিবাহেই জীৱনৰ শেষ লক্ষ্য নহয়। তাইক এনে কথাই স্কুলীয়া জীৱনতো অপূৰণীয় ক্ষতি কৰিলে। শিক্ষা আধৰুৱা হ'ল। এইবোৰ কথা জানি-শুনি ময়েই দেউক কৈছিলো— তেওঁ যেন কথাবোৰ ফাদিল কৰি দিয়ে। অন্ততঃ মানসিক বোজা কমিব। কিন্তু ফাদিল কৰি দিয়াৰ আগতেই কুচক্ৰী মানুহে কথাটো গম পাই গ'ল। সমাজৰ হেঁচা হ'ল— বিয়া দিব নোৱৰাটো দোচোৰা কথা আৰু বামুণ হৈ ডাকল চুৱা লুকুওৱাৰ অপৰাধ হ'ল দোচোৰা। কিন্তু কোনেও এবাৰো খবৰ নকৰিলে কি কাৰণতনো মিশ্ৰই যথাসময়ত ছোৱালীৰ বিবাহ দিব নোৱাৰিলে। কোনেও হ'লে দৰা এজন গোটাই দিয়াৰ দায়িত্ব নল'লে। যিটো কাৰণত সমাজক ভয় কৰি মিশ্ৰই ছোৱালীৰ বিধৃতি লুকুৱাবলগীয়া হৈছিল, সেই কাৰণবোৰৰ কোনো শুনানি নহ'ল। দুৰ্ভাগ্য সেইখিনিতেই। তুমি কি কোৱা সত্য?'

সত্যই গম্ভীৰভাৱে ক'লে— 'মোৰ ব্যক্তিগত কথা হ'ল সংস্কৃতৰ প্ৰতি গভীৰ শ্ৰদ্ধা থকা সত্ত্বেও কেৱল বৃত্তি বা জীৱিকাৰ বাবে ইয়াক অধ্যয়ন কৰাৰ মই ঘোৰ বিৰোধী আছিলো। বৰং অতি দুৰ্ভাগ্যজনকভাৱে উপনয়নৰ ব্ৰত ভঙাৰ দিনাই মোক মোৰ মহাই জোৰ-জবৰদস্তি কৰি সংস্কৃত পঢ়িবলৈ বেনাৰসলৈ পঠিয়াই দিছিল। তেওঁৰ উদ্দেশ্য তেতিয়াই সম্যকনিকৈ বুজি নাপালেও মোৰ পৈতৃক সম্পত্তি হাত কৰাৰ বাবেই যে তিনিমাইল দূৰৰ টোললৈ নপঠাই মোক বুদ্ধি কৰি বহুদূৰলৈ খেদি দিয়া হৈছিল, সেইটো কিছু বুজিছিলো। তাত গোসাঁইৰ দৰে লম্পট মানুহৰ ষড়যন্ত্ৰ আছিল। মহাৰ এনে আয়োজন যে মোৰ মংগলসাধনৰ বাবে নাছিল, এতিয়াতো সি আৰু অস্পষ্ট হৈ থকা নাই। কিন্তু আজি অতবছৰে যে মই মোৰ গাঁওত ভৰি দিয়া নাই, তাৰ অন্যতম কাৰণ হ'ল একপ্ৰকাৰৰ অনীহা। আৰু মানুহক মই একপ্ৰকাৰৰ চমকো দিব বিচাৰো। সকলোৱে ভাবিছে— হয় মই মৰিছো ইতিমধ্যে, নহয় মই ক'ৰবাত চিৰদিনলৈ হেৰাই গৈছো। এটা যুগ পাৰ হওঁ হওঁ; পৰিবৰ্তন ক'ত কি কি ধৰণে হৈছে, মোৰ চাবলৈ মন গৈছে। কিন্তু মাহীদেউ আৰু ভাই-ভনীকেইটাৰ কথা ভাবি বহুদিন বুকু পুৰিছে। সহ্য কৰিছো।'

'তুমি বেলেগ পদাৰ্থৰে গঠিত হৈছা, সত্য। আমি হ'লে ক'ৰবাত উটি-ভাহি গ'লোহেঁতেন।' নাৰায়ণে নিষ্ঠাৰে প্ৰশংসা কৰিলে সত্যক।

সত্যই ক'লে, 'সেইবোৰ এৰা। তোমাক কিবা ক'ম বুলি ভাবি কিবাহে ক'লো। মই কু-সংস্কাৰ আৰু অনৈতিক জীৱন-নিৰ্বাহৰ বিৰোধী। সৰুতে এইবোৰৰ মৰ্ম বুজা নাছিলো, অথচ সংস্কৃত পঢ়ি ধাৰণা হৈছে যে সাংখ্য-বেদান্তৰতো প্ৰশ্নই নুঠে, আনকি দশকৰ্ম পদ্ধতিতো আমি পূজা-বিধি যেনেকৈ পাইছো— তাতো কু-সংস্কাৰ নাই। ধৰ্ম বা লৌকিকতাৰ কথা আছে। এইবোৰ হয়তো সকলো ধৰ্মতেই কম-বেছি পৰিমাণে আছে। মানা বা নামানাৰ কথা বেলেগ। ধৰ্ম বাদ দিও জীৱন চলে। শাস্ত্ৰত লৌকিক আচাৰ পালনৰ কথা বাদ দিও জীৱন আৰু প্ৰকৃতি-বন্দনাৰ অপৰূপ সুন্দৰ ছবি আছে। তুমি বেদ পঢ়িছানে, নাৰায়ণ?'

'মোক লাজ নিদিবা সত্য', নাৰায়ণে কুণ্ঠিতভাৱে ক'লে, 'মোৰ ঘৰৰ অৱস্থা মাধৱ দেউতকৈও বেছি পিচপৰা। ক'বলৈ গ'লে থকাৰ ভাল ঘৰ এটাও নাই। মই বাধ্য হৈ যাজনিক কৰিছো। মাত্ৰ দেখি দেখি দশকৰ্ম পদ্ধতিৰ কাম-কাজ অলপ-অচৰপ জানো। সিও যথেষ্ট নহয়। বামুণ সমাজততো এই বিদ্যাৰে তিষ্ঠিব নোৱাৰিলোহেঁতেন।' নাৰায়ণৰ বিনয়ে অভিভূত কৰিলে সত্যক।

সত্যই ক'লে, 'জ্ঞানাৰ্জনৰ পৰিধি সকলোৰে বাবেই সীমাবদ্ধ। তোমাক মই বেদৰ কথা সুধিছিলো। চোৱা ঋগ্বেদৰ প্ৰথম মন্ত্ৰত অগ্নিৰ কথা আছে। বেদৰ প্ৰথম মন্ত্ৰ সৃষ্টি হোৱা সময়ত প্ৰকৃতিৰ বৈচিত্ৰ্যই মানুহক আলোড়িত কৰিছিল। জুই, বতাহ, ধুমুহা, গছ, শিল, পাহাৰ, নদী, সমুদ্ৰ আদি আছিল মানুহৰ কাৰণে অপাৰ বিস্ময়, পৰম ৰহস্য, সেয়েহে পূজ্য আৰু অৰ্চিত। ওঁ অগ্নিমীড় ইতি মন্ত্ৰস্য মধুচ্ছন্দা ঋষিৰগ্নিৰ্দেবতা গায়ত্ৰীচ্ছন্দঃ স্বাধ্যায়ে বিনিযোগঃ। ওঁ অগ্নিমীড়ে পুৰোহিতং, যজ্ঞস্ব দেৱমৃত্বিজম্। হোতাৰং ৰত্নধাতমম্। যজুৰ্বেদৰ প্ৰথম মন্ত্ৰতো আমি কু-সংস্কাৰৰ আভাস পাওঁনে? নাপাওঁ। ইষেত্বেতি মন্ত্ৰস্য পৰমেষ্ঠী প্ৰজাপতিঋষিৰুষ্ণিক্ ছন্দঃ শাখা-বৎস-গাবো-দেৱতা স্বাধ্যায়ে বিনিয়োগঃ। ওঁ ইষে ত্বোৰ্জ্জে ত্বা বায়বঃ স্থ। দেবো বঃ সবিতাপ্ৰাৰ্পয়তু। শ্ৰেষ্ঠতমায় কৰ্মনে। সামবেদ আৰু অথৰ্ববেদতো প্ৰায় একেই কথা। আমি শেষত গৈ-থৈ সংস্কাৰ ৰক্ষাত মত্ত হৈ পৰিলো। ধ্ৰুৱনীৰ লগত বিবাহক সাঙুৰি দিলো। মোৰ মতে ধ্ৰুৱনী নোহোৱাকৈ বিবাহ দিয়াটোৱেই অনুচিত। ধ্ৰুৱনী নোহোৱা কন্যাক বিবাহ কৰোৱাৰ ক্ষেত্ৰত পুৰুষৰ অক্ষত যোনিৰ বাবে থকা লোভৰহে সম্পৰ্ক আছে। আমি আমাৰ কু-স্বাৰ্থৰ বাবেহে সংস্কাৰক প্ৰাধান্য দিছো।'

নাৰায়ণ মুগ্ধ হ'ল।

তেওঁ সত্যকিংকৰলৈ চাই থাকিল। প্ৰজ্ঞাৰ দীপ্তিত গৌৰবৰ্ণ মুখতট বালিছন্দাৰ দৰে জিলিকিছে। সত্যকিংকৰে কেৱল পৰীক্ষা পাছ কৰিবলৈকে পঢ়া নাই, গোবিন্দ অধ্যাপকৰ তত্ত্বাবধানত জ্ঞানো অৰ্জন কৰিছে।

'তুমি তেনেহ'লে ৰাধাক বিবাহ কৰিবা?' প্ৰশ্নটো কৰি নাৰায়ণে আকৌ উৎসুকতাৰে সত্যৰ মুখলৈ চালে। সত্যই সুনিৰ্মল আকাশৰ ঔদাৰ্য কণ্ঠত সানি ক'লে, 'বাকী যদি ঠিক থাকে, মানে মই ৰাধাৰ কথা কৈছো, তেওঁ যদি অন্তৰেৰে বিচাৰে, সমাজে এঘৰীয়া কৰা অসুবিধা বা দাৰিদ্ৰ্য, বিবেকবান মানুহৰ কাৰণে বিবাহৰ অন্তৰায় হ'ব নোৱাৰে।'

গাড়ীয়ে উঁকি মাৰিছে দীঘলকৈ।

হচ্ হচ শব্দ কৰি চকাবোৰ বাগৰি গৈছে চিৰিৰ ওপৰেৰে।

নাৰায়ণে ক'লে, 'ৰে'লত উঠিলে মোৰ বৰ ভাল লাগে, জীৱনটোলৈ গতি অহা যেন পাওঁ। সত্য, তুমি কিন্তু মোৰ ঘৰলৈও যাব লাগিব। নৰ্দীত মোৰ ঘৰ। ধৰনৰ্দীত। নলবাৰীৰ পৰা অৱশ্যে বেলেগ ৰাস্তাৰে মোৰ ঘৰলৈ যাব লাগে। তোমাক মই নিজেই লৈ যাম।'

'নিশ্চয় যাম।'

॥ সাত ॥

পুৱাৰাতি ষ্টেচনত গাড়ী ৰ'ল।

নাৰায়ণে যজমানী কৰি পোৱা কাপোৰ-কানি, বাচন-বৰ্তন, আলতা-অগৰু, কোষা-অৰ্ঘা আদিৰ উপৰিও ঘৰলৈ অনা বিবিধ বস্তুৰে ভৰ্তি প্ৰকাণ্ড টোপোলা দুটা দুই কাষলতিৰ তলেৰে ডোলৰ সহায়ত ওলোমাই সত্যক ক'লে, 'নামো আহা; ভগৱানে ভালে-কুশলে পোৱালেহি। অলপ পিচত ৰাতিও পুৱাবহি।'

সত্যৰ হাতত এটা সৰু টোপোলা। অলপ কাপোৰ, দুই-এপদ নিত্যব্যৱহাৰ্য সামগ্ৰী আৰু কিছু শুকান মিঠাই। সি মিঠাই কিনিছিল ধূপগুড়িৰ বিখ্যাত সন্দেশৰ দোকান 'ঘোষাল মিষ্টান্ন ভাণ্ডাৰ'ৰ পৰা।

নাৰায়ণক বাধা দি ক'লে, 'এটা টোপোলা মোক ল'বলৈ নিদিলে মই গাড়ীৰ পৰাই নানামো।' শেষত দুয়ো ধৰাধৰিকৈ টোপোলা দুটা নমালে।

প্ৰায় জনশূন্য ষ্টেচন। গাড়ী ইয়াত বহুসময় থামে। সত্যই দেখিলে গাৰ্ডৰ দৰাৰ

পৰা সেউজীয়া পোহৰৰ বাতি জোকাৰি থকা হৈছে আৰু হুইচেলো বাজিছে দীঘলকৈ।

সেই দৃশ্যটোৰ পৰা চকু আঁতৰ কৰি প্লেটফৰ্মৰ ফালে চোৱাত সত্যই দেখিলে মাধৱ মিশ্ৰ সিহঁতৰ ফালে দ্ৰুতগতিত আগবাঢ়ি আহিছে।

নাৰায়ণে হাউলি তেওঁক সেৱা কৰিলে। বাধ্য হৈ সত্যয়ো তেওঁৰ চৰণ চুলে দুহাতেৰে। প্ৰণাম কৰাত সি বৰ অভ্যস্ত নহয়। অন্তৰেৰেই সি প্ৰণাম-কাৰ্য সাধাৰণতে সমাধান কৰে।

মাধৱ মিশ্ৰই তাৰ শিৰত হাত থৈ আশীৰ্বাদ কৰিলে, 'কল্যাণমস্তু। দীৰ্ঘজীৱী ভব। ভালে ভালে আহি পালা?'

'ওঁ' বুলি সত্য থিয় হ'ল।

'আপুনি কষ্ট কৰি এই ৰাতিখন নাহিলেও হ'লহেঁতেন। মিছাতে কষ্ট কৰিলে। গাড়ী বৰ পলমকৈ আহিল।' নাৰায়ণে ক'লে। মিশ্ৰই হাতত লৈ অহা হাত-লণ্ঠনৰ কমাই জ্বলাই থোৱা ফিটাডাল বঢ়াই দিলে।

ষ্টেচনত পোহৰ প্ৰায় নাছিলেই। লণ্ঠনৰ পোহৰেহে প্লেটফৰ্ম কিছু আলোকিত কৰিলে। সত্যই মিশ্ৰৰ মুখলৈ সেই পোহৰত দৃষ্টি দিয়াত দেখিলে— মানুহজন শুকাই-খীনাই পত্ৰহীন বৃক্ষত পৰিণত হোৱাদি হ'লেও প্ৰথম ফাগুনৰ সেই প্ৰদোষ পোহৰাই আকাশত জ্বলি থকা নক্ষত্ৰৰ দৰে তেওঁৰ দুচকুত উদ্ভাসিত হৈছে দুচমকা উজ্জ্বল পোহৰ।

নাৰায়ণে প্লেটফৰ্মত থোৱা টোপোলা দুটা আকৌ কান্ধত তুলিবলৈ যো-জা কৰোতেই মিশ্ৰই ক'লে, 'নাহি থাকিব নোৱাৰিলো। কালি শ্মশানৰ কাষত দিনতেই বাঘ ওলাইছিল। নিধিৰাম কেওটৰ ল'ৰা মাখনক দিনতে টানি নিলে। তাৰ হাড়-মূৰো বিচাৰি পোৱা নগ'ল। গোটেই গাওঁ ম্ৰিয়মাণ। থানাৰ দাৰোগাও আজি বন্দুক লৈ গৈছিল। লগত ছোটা হাকিম। বাঘক নাপালে পিচে। খুৰীয়েৰাই বাৰে বাৰে সাৱধান কৰি দিছে। মই বেলা ডুবাৰ আগতেই আহি বৈ আছো। গাড়ী সন্ধিয়াতে পোৱাৰ কথা। পিচে নাৰায়ণ, আমি পোহৰ হোৱালৈ ইয়াত থকাটোৱেই ভাল হ'ব নেকি? পছোৱাও মাৰি আছে। নে এখোজ-দুখোজকৈ যাবাগৈ? মোৰেই কপাল বেয়া। আগত হোৱা হ'লে গোলোক বা নৰকান্তকো লগত লৈ আহিব পাৰিলোহেঁতেন। এতিয়া সিহঁতেও মোক দেখিলে বেলেগ পথ লয়।'

'গ'লেও একো অসুবিধা নহয়, তিনিজন আছোৱেই যেতিয়া', সত্যই আকাশৰ ফালে চাই ক'লে, 'ৰাতি পুৱায়হে লাগে। জোন ফিকা হৈছে।'

তিনিও আগবাঢ়িল। সত্যই নাৰায়ণৰ পৰা জোৰ কৰি টোপোলা এটা ল'লে। সত্যৰ সৰু টোপোলাটো ল'লে মাধৱ মিশ্ৰই।

বাৰোবাধাৰ পাৰৰ বননি ফাগুনৰ বতাহত বহুবাৰ কঁপি উঠা দেখিছে সত্যই। বতাহে উৰুওৱা ধূলিও দেখিছে। ধূলিয়ে কুঁৱলীময় কৰা আকাশ চাইছে অনেক দিন। কিন্তু বুকুৰ তলীত জোকাৰণি ইমান প্ৰবলভাৱে অনুভৱ কৰা নাছিল আগতে— যিদৰে কৰিছে আজি। ইয়াৰ কাৰণ ৰাধা নেকি? যাক সি কেতিয়াও দেখা নাই। নাৰীৰ স'তে বহুবছৰ ধৰি সি ৰহিত-সম্পৰ্ক। মাকক ভালকৈ নাপালেই। মাহীয়েক অহনাৰ অপত্য স্নেহ কোন অতীততে এৰি থৈ আহিল। মাহীয়েকৰ ডাঙৰ জীয়েক ফুলকুমাৰীয়ে তাক মৰম আৰু ভক্তি কৰিছিল। পুষ্পাকুমাৰী সি ঘৰ এৰি অহা সময়ত তেনেই সৰু আছিল। তাইৰ তেতিয়ালৈকে পেনপেননিয়েই শেষ হোৱা নাই। তাৰপিচত নাৰীৰ সান্নিধ্য দূৰতম নক্ষত্ৰৰ দৰে তাৰ জীৱনৰ পৰা অন্তৰ্হিত হৈছে। কোনোদিনে তাক লৈ সি বিশেষকৈ একো ভবা নাই। মাজে মাজে অৱশ্যে সি বেউলা বাইৰ স্নেহৰ কথা সুঁৱৰিছে।

নিৰ্জন বাটত তিনিওজনৰ পদশব্দ ধ্বনিত হৈছে। মাজে মাজে নাৰায়ণৰ লগত দুই-এটা কথা পাতিছে মাধৱ মিশ্ৰই! বাহাৰ দায়িত্ব আৰু যজমানৰ কাম-কাজ সাময়িক ভাৱে তাৰ আদিত্য বাপুই চম্ভালিব পাৰিবনে নাই, তাকে লৈও আলোচনা কৰিছে তেওঁ। আচলতে বিলাতৰ যজমানী বাদ গ'লে তেওঁৰ পৰিয়ালে লঘোন দিবলগাটো ধুৰুপ। ভাগ্য ভাল, তাঁলৈ গৈ কোনো চকুচৰহাই এতিয়ালৈকে অশুচি ব্ৰাহ্মণ বুলি কৈ যজমান যে ভঙা নাই। কিন্তু এদিন যে নাযাব তাৰেই বা কি নিশ্চয়তা আছে? সেই ভয়ে তেওঁক খুলি খুলি খাইছে। এক মৰ্মন্তুদ বিচ্ছিন্নতাৰ মাজত তেওঁ আৰু পৰিয়ালটো বাস কৰিবলগীয়া হৈছে। গাঁওৰ কোনো মানুহ তেওঁৰ চাৰিসীমা গচকিবলৈ নাহে। মাতো নিদিয়ে। বিপদ-আপদত তেওঁ কাৰো এষাৰ মাত নাপায়। অলপতে জুই লাগি তেওঁৰ চ'ৰাঘৰটো পুৰি গৈছে। কোনো নাহিল পানী ঢালিবলৈ। বহু কষ্টে পুখুৰীৰ পৰা বাল্টিৰে পানী কঢ়িয়াই ল'ৰা-ছোৱালী-তিৰোতাই সেই জুই নুমুৱাইছে। কোনো নাহিল। মানুহে বৰং নিন্দাৰ জুই উগাৰি ঠাট্টা-বিদ্ৰূপ কৰিছে। পাপ, পাপ, পাপ। নৰাধমে পাপৰ সমুচিত শিক্ষা পাইছে। দুৰ্ঘোৰ কলিকাল। বিলাত খটা বামুণে গাভৰু জীয়েকক অকুমাৰী হৈ থাকোতে বিয়া দিব নোৱাৰি দুবছৰে চুৱাকে লুকুৱালে। হায়, হায়, ৰৌ ৰৌ নৰক আৰু ইয়াতকৈ বেছি কি?

মাধৱ মিশ্ৰই সহিছে। নসহি নিস্তাৰ নাই। উদাহৰণ দেখুৱাবলৈ গৈ সৰ্বস্ব ত্যাগ কৰি তেওঁৰ অৱস্থা আজি বাটৰ ভিকহুৰ দৰে। গ্লানিয়ে দেহ ধুৱাইছে। দেউতাকৰ সম্পত্তি গোটেইখিনি ভগাই-বটাই দিলে দুই ভায়েকক। তিনিজনী ভনীয়েকৰ

এজনীৰ বিয়াতো সহোদৰসকলে এটা পাতি পইচাও নিদিলে। তেওঁ দেহা মাৰি তিনিজনীকে গতালে। হাঁহি হাঁহি, কান্দি কান্দি। জীৱন এনেকুৱাই। ফুল আৰু কাঁইট, কাঁইট আৰু ফুল; আকাশ আৰু ডাৱৰ, ডাৱৰ আৰু আকাশ। বিমিশ্র।

তেওঁৰ অসুখ হৈছে। বুকুখন প্রায়ে বিষাই থাকে। খোৱা-বোৱাৰ প্রতি আগ্রহ কমি গৈছে। চিন্তাই মগজু মকৰাক পোৱালিয়ে কুৰুকি কুৰুকি খোৱাৰ দৰে খুলি খুলি খাইছে। নানান চিন্তা। লাগ-বান্ধ নোহোৱা চিন্তা। হাতত অর্থ নাই। বাটঘৰটো পুৰি গ'ল। তাকো তেওঁ ভাল কৰিব পৰা নাই। খেৰ কিনিব পৰা নাই। বাৰীত এজোপা মকাল বাঁহহে আছে। নতুনকৈ ৰোৱা বাঁহ। পূৰঠ হ'বলৈ আৰু নাই বুলিলেও এবছৰ লাগিব। গাঁওৰ কোনো মানুহৰ ঘৰলৈ তেওঁ যাব নোৱাৰে। জুই-পানী নিলগ। ওচৰ-চুবুৰীয়াৰ পৰা বাঁহ কিনাৰো মুদা মৰিছে। কামলাও নাপায় তেওঁ। সমাজৰ ৰোষত পৰাৰ ভয়ত কোনো মানুহেই হাজিৰা কৰিবলৈ তেওঁৰ ঘৰলৈ নাহে। এটা অবর্ণনীয় হেঁচা, এক ভয়াৱহ মানসিক নির্যাতন। তেওঁ খাব নোৱাৰে, কবিৰাজৰ ওচৰলৈও যোৱা নাই। তেওঁ অনিশ্চিত ভৱিষ্যতৰ ভয়-বেষ্টনত বন্দী। কি হ'ব এই ঘৰখনৰ তেওঁৰ অবর্তমানে? ধিক্কাৰ দিয়ে নিজকে। সাতজনী ছোৱালীৰ জন্ম দিব লাগিছিল কিয়? বংশৰক্ষা, পিণ্ডদানৰ বাবে পুত্ৰ পোৱাৰ কামনাত? আঃ! মানুহৰ যে কি নিচাগ্ৰস্ত চিন্তা-বৈকল্য! পশুৰ লগত কি প্রভেদ? ইহঁতৰ লগত কিহত পার্থক্য?

তোমাৰ বেছ কষ্ট হৈছে। উলুৰ লগত বগৰী পোৱাৰ দৰে কথা। এই ঠাণ্ডা আৰু বতাহত তিনিমাইল মস্ত টোপোলা এটা লৈ খোজ কঢ়াটো বৰ কষ্টকৰ।' নিজৰ কষ্ট লুকুৱাই মিশ্ৰই সত্যকিংকৰলৈ চাই চাই কৈ গ'ল।

'নাই, নাই। মোৰ একো কষ্ট হোৱা নাই। আপোনাৰহে বৰং কষ্ট হৈছে বেছি। বতাহ আজি নকমিবই নেকি?'

সত্যই ৰাস্তাৰ দুকাষে থকা শিমলু আৰু পলাশ গছবোৰলৈ চালে। ৰঙা ৰঙা ফুলবোৰ জুইশিখাৰ দৰে লেলিহান হৈছে। দুই-এঘৰৰ পদূলিত কাঞ্চন ফুলৰ গছ। তাতো ফুল।

ৰাস্তা নিঃসাৰ। মানুহ-দুনুহ উঠা নাই। তৰা মাৰ যোৱা নাই, জোন ডুবা নাই। কুকুৰে ক'ৰবাত ক'ৰবাত ভুকি আছে।

নাৰায়ণে ক'লে— 'আমাৰে কিবা ভ্ৰম হৈছিল। নে পৰুৱাই পাইছিল? ৰাতি কিজানি এতিয়াও এডোখৰ বাকী আছে। মানুহ-দুনুহৰ সাৰ-সিকতি দেখাই নাই।' 'এৰা', মিশ্ৰই ক'লে, 'ময়ো ঠিক আন্দাজ কৰিব পৰা নাই। শেষ প্ৰহৰ নিশ্চয় পাইছে। আমিও পালোহিয়েই। ভাঁজ এটাহে বাকী।'

মূল পথৰ পৰা লুংলুঙীয়া বাট এটাৰে তিনিও জংঘলৰ ফালে নামি গ'ল। আগে আগে মিশ্ৰ, পিচৰ শাৰীত নাৰায়ণ আৰু সত্য। মাজে মাজে ঠেক বাটটোত দুয়ো দুয়োৰে গাত ঠেকা খাইছে।

মিশ্ৰৰ মনত ভাৰস্তৰ প্ৰসন্নতা। ওঁ ভাৰতবৰ্ষে বিশিষ্ট পুণ্যে ফাল্গুন মাসে...। সত্য ইমান চফল, ইমান সুন্দৰ। ৰাধাৰ বাৰু সৌভাগ্যৰ বন্ধ দুৱাৰ মুকলি হ'বনে?

'নতুনকৈ বস্তি কৰিছিলো। গাঁওৰ পৰা কিছু দূৰতেই। বাৰিষা এই ৰাস্তা ডুবি যায়। বৰ কষ্ট। কলৰ ভেলত আহ্-যাহ কৰো। দ্বীপ বুলিবই পাৰা। আগতেও এঘৰীয়াৰ দৰে আছিলো। এতিয়াও এঘৰীয়া। বেছি পাৰ্থক্য নাই।'

সত্যইঁতে মিশ্ৰৰ ঘৰৰ পদূলিমুখ পালে।

## ॥ আঠ ॥

নঙলাৰ বাহিৰ শলখাত লণ্ঠন এটা জ্বলাই থোৱা আছে। কাষত এটা পিতলৰ কলহ। এটা ঘটি। দুখন বাংলা গামোচা।

তেওঁলোক উপস্থিত হোৱা মাত্ৰকেই বৰঘৰৰ বাৰাণ্ডাৰ পৰা কপাললৈকে চাদৰেৰে ওৰণি লোৱা মিশ্ৰৰ পত্নী সুমায়া আৰু দুই কন্যা ৰাধা আৰু চম্পা নঙলামুখলৈ আগবাঢ়ি আহিল।

'চিন্তাত আমাৰ মুখ শুকাই গৈছিল', মিশ্ৰৰ পৰিবাৰে ক'লে, 'ভালে ভালে আহিলানে নাৰায়ণ বাপু? বাটততো একো অসুবিধা হোৱা নাছিল?' তেওঁ সত্যৰ হাতৰ পৰা টোপোলাটো আনিব বিচাৰি ক'লে, 'চাওঁ, এইটো মোক দিয়া।' দুই কন্যাক তেওঁ নিৰ্দেশ দিলে, 'কি চাই আছ? দে, হাত-ভৰি ধুৱাই মচি দে। তইঁতো যে!'

মাধৱ মিশ্ৰই নিজেই কলহৰপৰা ঘটিত পানী বাকি লৈ ভৰি ধুবলৈ ধৰিলে। তেওঁ ধাৰণা কৰিছে ৰাধাই সত্যক দেখি কিছু লাজ অনুভৱ কৰিবও পাৰে।

চম্পাই খৰধৰকৈ সত্যৰ ভৰিত পানী ঢালিবলৈ লওঁতেই সি ক'লে, 'ঘটিটো মোক দিয়া। মই নিজেই ধুব পাৰিম।'

মিশ্ৰই জীয়েকক ক'লে, 'লাজ নকৰিবি। ভালকৈ ধুৱাই দে।'

নাৰায়ণৰ ভৰি ধোৱা হৈছিল। চম্পাই হেঁহো-নেহো কৰি থকা দেখি ৰাধাই সাউৎকৈ তাইৰ হাতৰ পৰা ঘটিটো লৈ পছোৱাৰ বেগেৰে সত্যই কথা খৰচ কৰাৰ

সুযোগ পোৱাৰ আগতেই কলহটো উবুৰিয়াই তাৰ ভৰিত পানী ঢালি গামোচাৰে মচি দি সেৱা কৰিলে।

সত্য কি এক আবেগত স্থাণু হৈ গ'ল! বাক্‌শক্তিৰহিত। বিস্মিত। মুগ্ধ।

মাধৱ মিশ্ৰই গুৰুজন ঈশ্বৰলৈ ভক্তি-অৰ্ঘ্য নিবেদন কৰাৰ বাবে আওৰালে—

ওঁ গুৰুৰ্ব্ৰহ্মা গুৰুৰ্বিষ্ণুৰ্গুৰুৰ্দেৱো মহেশ্বৰঃ।
গুৰুৰেৱ পৰং ব্ৰহ্ম তস্মৈ শ্ৰীগুৰুৱে নমঃ।।
ওঁ অজ্ঞানতিমিৰান্ধস্য জ্ঞানাঞ্জনশলাকয়া।
চক্ষুৰুন্মীলিতং যেন তস্মৈ শ্ৰীগুৰুৱে নমঃ।।

তেওঁৰ অন্তৰ আনন্দত উদ্বেলিত হৈ পৰিল। জীৱনত অপাৰ সময়তকৈ কেতিয়াবা এটা মুহূৰ্তৰ দাম বেছি হৈ পৰে। মিশ্ৰই ক'লে, 'ব'লা নাৰায়ণ, ব'লা সত্য। ৰাধা, তইঁতে বস্তুবোৰ লৈ আহ। ধলফাঁট দিবৰে হ'ল। বিছনা পাতি থোৱা আছেনে?'

'আছে। আগতে এটোপা চাহ-পানীকে খাই লওকহি', বুলি কৈ সুমায়া আগবাঢ়িল, আকৌ ক'লে, 'বৰঘৰৰ মজিয়ালৈ এখেতসকলক লৈ আহ। তাত জুই ধৰা আছে। দেউতাৰ কেনেকৈ কঁপিছে দেখা নাই? আগতে হাত-ভৰি সেকি লওক। গৰমপানী উতলি আছে। মুখ ধুবলৈ পানী দেহি। এই ৰাতিপুৱা গা নুধুলেও চলিব লাগে।' শেষৰ বাক্যটো সকলোকে উদ্দেশ্য কৰি ক'লে। এই পুৱতি নিশা দেউতাকে আগৰ অভ্যাসমতে স্নান কৰিলে তেওঁৰ বুকুত ঠাণ্ডা বহি যাব পাৰে। মানুহজনে যোৱাটো সপ্তাহৰে পৰা বুকুখন বিষাই থকা বুলি কৈছে। খোৱা-লোৱাত বিন্দুমাত্ৰ ৰুচি নাই।

জুয়ে পোৱা বাটঘৰটো ভাঙি পেলোৱা হৈছে আধাৰো বেছি। শক্তিহীন কাৰণে চালৰ পোৱা অংশটো খহাই পেলাব পৰা নাই মাধৱ মিশ্ৰই। এই লৈ আক্ষেপৰ অন্ত নাই। তেওঁৰ কাৰণে, পৰিয়ালৰ মানুহৰ কাৰণে নিষ্ঠুৰ যন্ত্ৰণাৰ হৃদয়বিদাৰক সাক্ষী হৈ চকুৰ আগত এটা আধাপোৱা ঘৰ দৈত্যৰ দৰে থিয় হৈ আছে। মাধৱ মিশ্ৰই তেওঁৰ দুৰৱস্থা লুকুৱাবলৈ নিবিচাৰি চাহ খাই থকা সময়ত সত্যক ক'লে, 'সত্য, দেখিছাইতো মোৰ অদৃষ্ট। ৰাতি পুৱাওক, সকলো ভালকৈ দেখিবাই। ভাগৰে-জুগৰে আহিছা, এতিয়া অলপ শুই লোৱা। ৰাধা, নাৰায়ণ আৰু সত্যক বিছনা দেখুৱাই দে।'

নাৰায়ণে হামিয়াই আছিল। তাৰ চকু দুটা বাৰে বাৰে সৰু হৈ আহিব বিচাৰে, আকৌ লাজত পৰি বহলকৈ মেলি ধৰে। চম্পাৰ হাঁহি উঠি গ'ল।

'অ' খুৰা, আৰু বৰুশী বাব নালাগে। শুবা ব'লা।' তাই ক'লে হাঁহি হাঁহি।

'আপুনিও শুব ব'লক।' ৰাধাই সত্যক ক'লে, 'মই ধুতী, গামোচা কোঠাতে ৰাখিছো।'

নাৰায়ণ একেজাপেই বৰঘৰৰ বেৰাবে ঢকা চুকত থকা বিছনাত জাঁপমাৰি উঠিল আৰু ধেমালিতে মন্ত্ৰ মাতিলে, 'ওঁ নমো নিদ্ৰা দেৱী...'

সত্যৰ শোবাৰ ব্যবস্থা কৰা হৈছিল বৰঘৰৰ পিচফালে গাতে লাগি থকা কোঠা এটাত। আগতে এইটো ঢেঁকীশাল আছিল। সত্য আহিব বুলিয়েই পুৰণি বেৰবোৰকেই লিপি-মচি নতুন ৰূপ দিয়া হৈছে। কোঠাটোত আগতে দুৱাৰ নাছিল। বাটঘৰৰ জুয়ে স্পৰ্শ নকৰা দুৱাৰ এখন কাটি ঢেঁকীশালত লগোৱা হৈছে। এইখিনি কামো মাধব মিশ্ৰই কৰিছে অসুস্থ শৰীৰেৰে। নকৰিলে নহয় কাৰণে। নহ'লে সত্যকিংকৰৰ ওচৰত লজ্জাৱনত হ'ব লাগিব।

কোঠাটোত লণ্ঠন এটা আছে। এই লণ্ঠনটোৱেই পদুলিমুখত সিহঁতৰ অভ্যৰ্থনাৰ বাবে ৰখা হৈছিল। চিমনীৰ অৰ্ধেক ক'লা পৰিছে। এইমুহূৰ্তত কোঠাটোত বিয়পি থকা পোহৰখিনিক সৰিয়হৰ হালধীয়া ফুল যেন দেখা গৈছে।

ৰাধা ওচৰত।

তাই সুধিলে, 'এখন কঁথাৰেই জাৰ পলাবনে? লাগিলে আৰু এখন আনি দিওঁ।'

সত্যকিংকৰ কঁপিছে।

পছোৱা বলাদি অন্তৰ ধাৱমান হৈছে?

ৰাধালৈ চাইছে সি।

যেন মৃন্ময়ী প্ৰতিমা। গাত কপাহী কাপোৰৰ চাদৰ-মেখেলা। বগা ৰঙৰ। ব্লাউজটো পাতল সেউজীয়া। চকু দুটা আয়ত। চুলি বৈ পৰা। বুকুত লাজৰ উদ্ভাস। মুখখনত এক ঐকান্তিক সৰলতা। দৃষ্টি নম্ৰ আৰু বিনীত।

ৰাধায়ো সত্যলৈ চালে।

তাই আঁতৰি যাব পৰা নাই। এক অদৃশ্য শক্তিয়ে মাটিৰ লগত ভৰিৰ পতা গাঁঠি পেলাইছে।

'মই তোমাৰ কথা জানো ৰাধা।' অত্যন্ত স্বাভাবিক কণ্ঠস্বৰ সত্যৰ।

'কি জানে? কিমানেই বা জানে?' এক কৌতূহলমিশ্রিত জিজ্ঞাসা।

ৰাধাৰ দীঘল হুমুনিয়াহ যেন সত্যৰ নাকত লাগিল। সি যেন ফুলৰ গোন্ধ পালে। অমৃতোপম নিৰ্যাস।

তাই তলমূৰ কৰিছে খন্তেক।

আকৌ সত্যলৈ চাইছে।

এইবাৰ এক অসতৰ্ক উচুপনি।

'কিয় কান্দিছা?'

'মোৰ বাবেই আজি ঘৰখনৰ এই দুৰৱস্থা। তথাপি মই মৰিব নোৱাৰিলো।' তাই হুকহুকাই কান্দি দিলে। তাৰপিচত কাঁড় যোৱাদি কোঠাটোৰ পৰা ওলাই গ'ল।

সত্য বহুতপৰ বিমূঢ় হৈ বিছনাতে লেপেটা কাঢ়ি বহি থাকিল। তাৰ বুকুৰে যেন উজাই গ'ল এসোঁতা দুখ। এই দুখ সি নীৰৱে সহিছিল পাগলাদিয়া এৰাৰ দিনা। এনে দুখ সি বহুবাৰ বোঁৱাই দিছে বাৰোবাধাৰ সোঁতত।

অৱসন্ন হোৱা সত্বেও সি শুব নোৱাৰিলে। একো যেন ভাবিবও নোৱাৰিলে। ভাবনাৰ জোং এটা ওলমি আছে। কুৰি-পঁচিশ মাইল দূৰত তাৰ গাঁও। তাৰ নদী। তাৰ প্ৰকৃতি। তাৰ স্নেহতীৰ্থ ঘৰ। কিবা হৈছে এইবোৰৰ? সি যেন এইমাত্ৰ গুচি যাব। দৰকাৰ হ'লে ছাঁ-পোহৰত যাব। ভদ্ৰ আৰু হৰিচৰণৰ মুখ দুখনলৈ বৰকৈ মনত পৰিল। তাক চিনি পাবনে সিহঁতে?

মাটিৰ মোহ এটাই তাক আশৰীৰ বেঢ়ি ধৰিলে। এটা অতি চিনাকী গোন্ধ। এক প্ৰাণগংগাৰ উৎস। প্ৰাণ-প্ৰতিমাৰ এটা আঁকৰ।

বেৰৰ জলঙাৰে সোমাইছে পুৱাৰ পোহৰ। লণ্ঠনটো নুমাইছে। সত্য বহি আছে।

হাতত বাঢ়নী লৈ সোমাল ৰাধা।

'ই কি? আপুনি শোৱাই নাই?' তাইৰ চকুত বিস্ময়। বাঢ়নী হাততে থাকিল। তাই থিয় হৈ আছে।

'তুমি কিয় কান্দিছিলা?'

তাই নিৰুত্তৰ।

'কোৱা।'

'আপুনি দেখোন সকলো জানে বুলি কৈছিল। কিয় কান্দিছো সেইখিনিও নিশ্চয় জানে।' তাই কোঠাত বাঢ়নীৰ আঁক দিলে।

'মোৰ বিষয়ে কিবা জানা নেকি?'

'নাৰায়ণ খুৰাই কৈছিল।'

'কি?'

'আপুনি দেখিবলৈ কেনেকুৱা, কিমান পণ্ডিত!'

'মিলিছেনে?'

'মই অধামূৰ্খ। পাণ্ডিত্যৰ কি ভু পাম?'

সত্য মুগ্ধ হ'ল এই মেদবিহীন অকপট সৰলতাত।

'ৰাতি পুৱালেই। অলপ শোৱক। নহ'লে গাটো বেয়া লাগিব। দিনত ৰ'দৰ চোক বেছি হৈছে। পুখুৰীতে গা-পা ধুব পাৰিব। সেইফালে জংঘল। আৰু কোনো ঘৰ-দুৱাৰ নাই। তাৰপিচত পথাৰ। কাষত পাগলাদিয়া।'

'পাগলাদিয়া ইয়াতো আছে?' সত্য বিস্মিত। ৰুণুজুনু নিক্কন শুনিছে সি।

'কিয়, পাগলাদিয়া কেৱল আপোনালোকৰ গাঁওৰহে একচেটিয়া সম্পত্তি হৈ থাকিব লাগে নেকি? নদীখন অৱশ্যে কিছু দূৰত। আমি কেতিয়াবাহে যাওঁ।'

'আজি আবেলি ওলাবা। নদীৰ পাৰলৈকে যাম।'

চকখাই উঠিল ৰাধা।

মানুহজনৰ কি কোনো ভয়, সংকোচ, কালৈকো পৰোৱা নাই?

'আমি এঘৰীয়া, জানেনে?'

'জানো।'

'কাৰণটোও জানে?'

'জানো?'

'তাৰপিচতো আপুনি মোক লৈ নদীৰ পাৰলৈ যোৱাৰ কথা কৈছে?'

সত্য যেন দুৰ্বাৰ ধুমুহা, 'অঁ, কৈছো।'

'পৰিণতি কি হ'ব এবাৰ ভাবি চাইছেনে?'

ৰাধাই সসংকোচে সুধিলে।

'জনা আছে। মৰাৰ পিচত মৃতকক মানুহে ফাঁচী নিদিয়ে। নদীৰ ওচৰলৈ গ'লে অতিৰিক্ত অপৰাধ হ'ব নোৱাৰে।'

'আমাৰ সমাজ আপোনাৰ মনৰ সমান আগবঢ়া নাই।'

'তুমি?'

'ভাবি চোৱা নাই।'

'ভবা উচিত।'

'কি উচিত, কি অনুচিত, সেইটো ভবাৰ ক্ষমতাও মোৰ নাই।' ৰাধাই অন্তৰৰ অন্তঃস্থলৰ পৰা প্ৰকাশ কৰিলে তাইৰ সৰল উপলব্ধি।

ঘৰ সাৰি তাই ওলাই গ'ল।

সত্যকিংকৰে অনুভৱ কৰিলে বতাহ গোন্ধাই আছে। পোহৰ সুৰভিময় হৈ কোঠালৈ সোমাই আহিছে। নদী বৈ আহি বুকুৰে বাগৰিছে। ঢলত উঠি গৈছে হৃদয়ৰ দুখ।

আকৌ যেন ঘূৰাই পাইছে ইকৰা-বৰত্ৰ-মাদুৰিৰ সেউজেৰে ঘেৰা চিনাকি নদী, চৰাইবোৰৰ অলেখ কিচিৰ-মিচিৰ, বহুদূৰ দিগন্তত বাঁহনিক চুমি থকা আকাশ, পাহৰণিত ডুবি থকা শব্দবোৰ।

তাৰ চকু দুটা মুদ খাই আহিল।

দুপৰীয়া নাৰায়ণৰ মাততহে সি সাৰ পালে।

॥ ন ॥

'হেৰা, মই যাবলৈ ওলালোহে। জা-জলপানো খোৱা হৈ গ'ল। তুমি নুঠিবাই নেকি?'

নাৰায়ণৰ মাত শুনি সি ধহমহাই উঠি বহিল।

'তুমি শোৱা যদি শোৱা। মোৰ আকৌ ঘৰ পাওঁতে চকা পাটত বহিব। বেছিদিন থাকিবও নোৱাৰো। বেলেগ বামুণৰ হাতত বাহা গতাই থৈ আহিছো। মাধৱ দেউৰ শৰীৰৰ যিটোহে অৱস্থা, তেওঁৰ আকৌ বিলাত খটা নহ'বগৈ যেন পাইছো। ইমান যজমান মইনো চম্ভালিম কেনেকৈ? যি নহওক, তুমিতো এই যাত্ৰাত নিজৰ

ঘৰলৈ নাযাওঁ বুলি কৈছাই। কিন্তু মোৰ ঘৰলৈ হ'লে যাবই লাগিব। অহা পৰহিলৈ পুৱাতে তোমাক নিবলৈ আহিম।'

সত্য বিছনাৰ পৰা নামিল। কথাবোৰ শুনিলে। তাৰ চকু দুটা পুৰি আছে। ভালকৈ মেলিব পৰা নাই।

সি ক'লে, 'তোমাৰ লগত কথা অলপ আছিল।'

'হ'ব, হ'ব, পিচে-পৰেও কথা পাতিব পাৰিম। মইতো আহিমেই।'

'মই তোমাৰ লগতেই ভাটিলৈ ঘূৰি যাম।' সত্যাই ক'লে।

'এঃ, আহিলাহে মাত্ৰ, যোৱাৰ চিন্তা কৰিলাইনে? কেইদিনমান নপঢ়িলেও একো বিশেষ ক্ষতি নহয়। ধোপাৰবাৰিৰ কালীপূজাখন তুমি নকৰিলেও হ'ব। মই আদিত্য দেউক ব্যৱস্থা এটা কৰিবলৈ কৈ থৈ আহিছো। কালীপূজা কৰিবলৈ টান পাওঁহে মই। জানাইতো, মোৰ বিদ্যাৰ দৌৰ কিমান। এনে পূজাত ফাঁকি-ফুকা কৰিলে নিজলৈকেই অমংগল হয। বাৰু, আহো তেন্তে। টোপোলা এটা ৰাখি থৈ গ'লো। পৰহিলৈ নিম।'

ঘৰলৈ যোৱাৰ বাবে নাৰায়ণ বৰ বেছি উদগ্ৰীৱ হোৱা দেখি সত্যাই হাঁহি এটা মাৰি ক'লে, 'তুমি এইক্ষেত্ৰত মোৰ তেনেই বিপৰীত। তুমি তৰা-নৰা ছিঙি ঘৰলৈ যাবলৈ ওলাইছা, অথচ ঘৰ থাকিও অঘৰী হোৱা বাবে মই আসক্তি হেৰুৱাই পেলাইছো। ব'লা, তোমাক অলপ আগবঢ়াই দি আহো।'

দুয়ো বাহিৰলৈ ওলাই আহিল।

নাৰায়ণে ক'লে— 'দেউ মৰোৱাৰ বজাৰলৈ ওলাই গৈছে। মোকো ভাত খাই যাবলৈকে কৈছিল। মই হাক দিছিলো— ইমান কষ্ট কৰি আকৌ বজাৰলৈ যাব নালাগে বুলি। তেওঁৰ দেহাও বৰ দুৰ্বল। কথা নুশুনিলে।'

নাৰায়ণে সুমায়া আৰু ল'ৰা-ছোৱালীকেইটাক মাত লগালে আৰু মিঠাইৰ টোপোলা এটা সিহঁতক দিলে। সত্যাই ক'লে— 'ময়ো মিঠাই আনিছিলো। দিবলৈ পাহৰি গৈছো।'

'হ'ব, তুমি লাহে লাহে দিলেও হ'ব।' নাৰায়ণে এটা ধুনীয়া অৰ্থপূৰ্ণ হাঁহি মাৰিলে।

বাৰীৰ পিচফালৰ বাটেৰে নাৰায়ণক বহুদূৰলৈ আগবঢ়াই থৈ আহিল সি আৰু ৰাধাইতে। সত্যাই তেতিয়াহে দেখিলে যে মিশ্ৰৰ ঘৰখন প্ৰকৃততেই এটা দ্বীপৰ

নিচিনা। মূল গাঁওখন বহুদূৰতে থাকি গৈছে। ৰাতি গোপ্তাৰে নামি আহোতে তাৰ অনুমান হোৱা নাছিল। বস্তিত বহু গছ-গছনি আছে, কিন্তু সেইবোৰ অযত্নপালিত। বিৰিণাৰ জংঘলে দীঘলীয়া বাৰীখন আৱৰি ধৰিছে। বাৰী য'ত শেষ হৈছে, তাৰ পিচৰপৰাই ডাঠ জাৰণিৰ আৰম্ভণি। চকুৰে মনিব পৰালৈকে কেৱল গছ আৰু গছ। ক'তো জনবসতি নাই। দূৰৰপৰা সহজতে চিনিব পৰা গছৰ ভিতৰত শিমলুবোৰেই প্ৰধান।

নতুনকৈ দহ বছৰ আগতে বাৰী পাতোতে মাধৱ মিশ্ৰই বিবিধ ফলৰ গছ লগাইছিল। সেইবোৰৰ বিশেষ শ্ৰীবৃদ্ধি ঘটা নাই। মুজুৰা পৰি আছে। তামোলবোৰো বেছি ওখ হ'ব পৰা নাই।

'তহঁত আহি থাক, মোৰ পিঠাগুড়ি খুন্দিবলৈ আছে' বুলি কৈ চম্পাই দৌৰাদৌৰিকৈ সত্য আৰু ৰাধাক পিচ পেলাই আগবাঢ়িল।

'চাব, লাহে লাহে যাব। কাঁইট-চাইট পৰি থাকিব পাৰে। আগতে এই ৰাস্তাৰ কাষত বহু মইন গছ আছিল। মই মানুহ লগাই কটাইছিলো। ঢেঁকীয়ানিও চাফা কৰাইছিলো।'

'তোমাৰ পাগলাদিয়া ক'ত? একো যে সঁচেই নেদেখিলো।' আগে আগে আহি থকা সত্যই সুধিলে। নদীখন চকুৰে দেখাৰ ইমান বেছি নিলগত বুলি তাৰ ধাৰণাই হোৱা নাছিল।

'নদী, নদী যে কৰি আছে পুৱাৰে পৰা— কিয়, বৰ ভাল পায় নেকি নদীক?'

'নদী ভাল নোপোৱা মানুহৰ অন্তৰ বুলি কিবা থাকেনে? ফুলকো মানুহে ভাল নোপোৱাকৈ থাকিব পাৰেনে?'

পুখুৰীৰ পৰা অলপ দূৰত টিলা এটা দেখি সত্যই সুধিলে, 'সৌটো কিহৰ টিলা?'

'ধন-সোণৰ', কৈয়েই ৰাধাই হাঁহিলে। সত্যই উপলব্ধি কৰিলে এই হাঁহিতকৈ অধিক ৰমণীয় আৰু একোৱেই হ'ব নোৱাৰে।

সত্যই হাঁহিৰে নিঃশব্দ উত্তৰ দিলে।

হঠাৎ সি পিচফালে ঘূৰি দিয়াত ৰাধাই নিজকে চম্ভালিব নোৱাৰি তাৰ বুকুতে পৰি দিলে। তাইৰ মূৰটো তাৰ বুকুৰ উপত্যকাত একাত্ম হৈ থাকিল। ৰাধাই নিজকে আৰু আঁতৰাই নিয়াৰ চেষ্টা নকৰিলে। তাই দুবাহুৰে সত্যক বেষ্টন কৰিলে।

এটা নিজম দুপৰীয়া শব্দময় নৈঃশব্দত, কপৌৰ কণ্ঠে মধুমন্ত্রিত কৰা বোঁৱতী সময়ত, সত্যকিংকৰে ব্যাকুলভাবে অনুভৱ কৰিলে এই অমল স্পৰ্শৰ স্পৰ্শাতীত অতীন্দ্রিয়তা। সি ৰাধাৰ দুয়োখন গালত ধৰি তাইৰ শিৰ নিলগাই, চকুত চকু ৰাখি, আবেশ-উতলা অনুভৱেৰে চাই থাকোতে দেখিলে ৰাধাৰ দুয়োটা চকুত জিকমিক কৰিছে চকুপানী। আনন্দৰ।

'মই তোমাক বিয়া কৰাম ৰাধা। আচলতে মনৰ ফালৰপৰা প্ৰস্তুত হৈয়েই মই ইয়ালৈ আহিছিলো।'

ৰাধাই চকুপানী মচি তাৰ চকুলৈ চাই থাকিল। আকৌ তাৰ বুকুত মূৰটো আলফুলে গুজি দিলে।

'কি ভাবিছা?'

নিৰুত্তৰ ৰাধা।

'কোৱা।'

'একো ভবা নাই। ঈশ্বৰ আছে তেনেহ'লে।'

'অৰ্থাৎ?'

'মই মূৰ্খ প্ৰাণী। ঈশ্বৰকে ধিয়াইছিলো। ছোৱালী হৈ জনম লোৱা যে কি অপৰাধ তাকে ভাবি ভাবি খুটাত কপাল খুন্দিয়াই আনকি কেঁচা তেজ পৰ্যন্ত বাহিৰ কৰি দিছিলো। ঈশ্বৰক অভিশাপ দিছিলো। মানুহক ঘৃণা কৰিবলৈ লৈছিলো। আজি সেই ঘৃণাৰপৰা মই মুক্ত হ'লো।'

ৰাধাই তাৰ দুভৰিত ধৰি সেৱা কৰিলে। বহুসময় তাই নিশ্চল হৈ পৰি থাকিল।

'উঠা।'

সি ৰাধাক দুবাহুত ধৰি উঠাই দিলে।

আবেলি সত্য আৰু ৰাধা পুখুৰীৰ পাৰত বহিল। মাধৱ মিশ্ৰৰ আনন্দৰ সীমা নাই। আনন্দৰ ঢৌৱে পৰিয়ালৰ সকলোৰে অন্তৰ ঢৌৱাই দিছে।

কথা কৈ থাকিল ৰাধাই। অনৰ্গল। নদীয়ে যেন গৰ্ভিনী ৰূপ পাই বান্ধ ভাঙি দিছে, হোঁ-হোঁৱাই বাগৰি গৈছে দুপাৰ ওপোচাই। ৰাধাই তাইৰ দুখৰ কথা কৈছে, যন্ত্ৰণাৰ কথা কৈছে, পৰিয়ালৰ দুৰৱস্থাৰ ছবি খণ্ডিত খণ্ডিতকৈ আঁকি দিছে বহল এক দৃশ্যপটত। সত্যকিংকৰ মুগ্ধ শ্ৰোতা।

শেষত তাই ক'লে, 'আপুনি যিমান সহজভাৱে মোক বিয়া কৰোৱাৰ কথা ক'লে, সুখী মই নোহোৱাকৈ থকা নাই। আই আৰু পিতাই হাততে সৰগ ঢুকি পোৱাদি পাইছে। বাকীবোৰো আনন্দিত হৈছে। আচলতে মই আপোনাৰ যোগ্য নহওঁ। কিন্তু এতিয়া আৰু কথাবোৰ তিমান সহজ হৈ থকা নাই।'

'মানে?' সত্যকিংকৰ থমকি ৰ'ল।

'আপুনি জানেনে নাজানে ক'ব নোৱাৰো— চম্পাও ডাঙৰ হৈছে। প্ৰায় এবছৰেই হ'ল। সাহসী আৰু উদাৰ মানুহ বুলি আপুনি মোক এদিনৰ চিনাকিতে বিয়া কৰাবলৈ ওলাইছে। এইটো মোৰ বাবে ডাঙৰ সৌভাগ্য। সমাজলৈ মোৰ এতিয়া কোনো ভয়-ভীতেই নাই। আগতেও পিতাই দেহা মাৰি খুৱাই আছিল, এতিয়াও খুৱাই আছে। বাচি থকালৈকে শৰীৰে টানে মানে তেওঁ খুৱাই থাকিব। কিন্তু এটা কথা—'

ৰাধা ৰৈ গ'ল।

এটা জুৰি বৈ আহি শিলতহে যেন ঠেকা খালে।

সত্যই ৰাধাৰ চকুৰ ভাষা পঢ়িবলৈ চেষ্টা কৰিলে। মুখলৈ নামি আহিছে মেঘ-ছায়াৰ দৰে বিষণ্নতা।

'তুমি ৰৈ গ'লা যে! কোৱা। কোনো কথা ক'বলৈ মোৰ ওচৰত সামান্যও সংকোচবোধ নকৰিবা।'

ৰাধাই কেইমুহূৰ্তমান চাই ৰ'ল সত্যৰ উদিত সূৰ্যৰ দৰে প্ৰশান্ত জ্যোতিৰ্ময় মুখলৈ।

'ক'বলৈ বৰ ভয় লাগিছে। যদি আপুনি ভুল বুজে, যদি আপুনি মোক খং কৰে, যদি সুবিধাবাদী বুলি ভাবে—' ৰাধাই সত্যৰ সোঁহাতখনত চেপি ধৰিলে।

এই স্পৰ্শই অন্তৰাত্মা পৰ্যন্ত শিহৰিত কৰিলে সত্যৰ। 'তোমাক কথা দিছো— মই ভুল নুবুজো, খং নকৰো আৰু সুবিধাবাদী বুলিও নাভাবো।'

ৰাধাই তথাপি মুগ্ধনেত্ৰে কেইবাটাও মুহূৰ্ত পাৰ কৰি দিলে সত্যলৈ চাই।

'নাৰায়ণ খুৰাই মোক আপোনাৰ মনৰ সম্ভেদ দি চিঠি এখন দিছিল। তেতিয়াৰে পৰা মই আপোনাক এজন অতি আপোন মানুহ বুলি ভাবিবলৈ লৈছো। মই স্বাৰ্থপৰৰ দৰে আপোনাৰ লগত বিয়াত সোমাই গুচি যাম। ৰৈ যাব চম্পা। তাইক কোনেওতো বিয়া নকৰাব। সকলো পুৰুষতো আপোনাৰ দৰে সাহসী নহয়।

কি হ'ব তাইৰ? ভাবি ভাবি মই ভাবিব নোৱৰা হৈ যাওঁ। চম্পাৰ কিবা এটা ব্যৱস্থা কৰিব পৰা নাযায়নে? তাইৰো মনত অলেখ যন্ত্ৰণা। বয়সত মোতকৈ এবছৰহে সৰু। তাই বৰ লাজকুৰীয়া। বুকু ফুটিলেও মুখ নুফুটে।'

সত্যকিংকৰে পুখুৰীৰ পানীলৈ চাই আছে। তাত এটা পানী-পৰুৱা বৃত্তাকাৰে ঘূৰি ফুৰিছে। বৰ্তুল ঢৌ উঠিছে, মাৰ গৈছে।

'মই এটা কথা ক'ব পাৰো নেকি? অতি উদাৰ মনেৰে, কোনো কপটতা নৰখাকৈ মই আপোনাৰপৰা অলপ অনুগ্ৰহ বিচাৰিব পাৰোনে? চম্পাক মই সুধিছো। তাই প্ৰথমতে অসম্ভৱ বুলি কৈছিল। বহু বুজাওঁতে শেষত মানি লৈছে। কিন্তু কথাটোতো মোৰ বা চম্পাৰ নহয়, সকলো আপোনাৰ ওপৰতহে।'

সত্যকিংকৰৰ স্বাভাৱিক অনুভূতি অতি তীব্ৰ। দূৰদৃষ্টি সূক্ষ্ম আৰু প্ৰখৰ। মুহূৰ্ততে বুজি পালে তাৰ কৰণীয় কি।

'মই ৰাজী। এই সমাজৰ কোনো হয়তো সাক্ষী হ'বলৈ নাহিব। তুমি কৈছা তেওঁলোকে পিতাৰাৰ চাৰি ধনু প্ৰায়শ্চিত্ত আৰু ভোজ-ভাত বিচৰাৰ উপৰিও অৰ্থদণ্ড বিচাৰিছিল এশ টকা। তুমি মনুষ্যত্বৰ প্ৰতি এনে কাম অপমানজনক, ঘৃণ্য বুলি সেইটো হ'বলৈ নিদিলা। আজিয়েই, এৰা আজিয়েই তোমালোক দুজনৰে শিৰত মই সেন্দূৰ পিন্ধাই দিম। পিতা আৰু আইক কোৱা। চম্পাক সাজু হ'বলৈ দিয়া। মাৰক কোৱা সেন্দূৰ যতনাই দিবলৈ। ইয়াৰ সাক্ষ্যৰ বাবে কোনো মন্দিৰ নালাগে, সমাজ নালাগে।'

এই সহৃদয় অনিৰ্বচনীয় আনন্দৰ ভাৰ সহিব নোৱাৰি সিদিনাই শেষনিশা মাধৱ মিশ্ৰই আনন্দমনে চকু মুদিলে।

॥ দহ ॥

পিতৰি প্ৰীতিমাপন্নে প্ৰিয়ন্তে সৰ্বদেৱতাঃ।। সত্যকিংকৰে বাৰোবাধাত একে তিথিতেই নিজৰ লোকান্তৰিত পিতৃ ব্ৰজকিংকৰ আৰু পিতৃবৎ মাধৱ মিশ্ৰৰ স্মৃতিৰ উদ্দেশ্যে তৰ্পণ কৰিছে।

ওঁ নমো বিবস্বতে ব্ৰহ্মণ ভাস্বতে বিষ্ণুতেজসে।
জগৎসবিত্ৰে শুচয়েসবিত্ৰে কৰ্মদায়িনে
এষোহৰ্ঘঃ শ্ৰীসূৰ্যায় নমঃ।।

নাৰায়ণ বৈ আছে ওচৰত। সত্যাই সূৰ্যপ্ৰণাম কৰিছে।

দক্ষিণমুখী হৈ গায়ত্ৰী উচ্চাৰণ কৰি তেওঁ আৱাহন কৰিলে পিতৃ আৰু পিতৃবৎজনক—

আগচ্ছন্তু মে পিতৰঃ ইমং গৃহ্ণন্ত্বপোহঞ্জিলিম্। তেওঁ ঋগ্বেদৰ মন্ত্ৰও আওৰালে— বিষ্ণুৰোম কপিঞ্জল ঋষিগোত্ৰং পিতৰং ব্ৰজকিংকৰ চ মাধৱদেৱশৰ্মনং তৰ্পয়ামি, এতৎ সতিলোদকং তস্মৈ স্বধা নমঃ। তেওঁক তিল-দুৰ্বা-তণ্ডুল-মটক আগবঢ়াই দিলে নাৰায়ণে।

সত্যকিংকৰ পানীৰপৰা তিতা ধুতী আৰু উপবীতসহ পাৰলৈ উঠি আহিল। জলক তেওঁ প্ৰণাম কৰিলে। আজি তেওঁ এই ঠাই এৰি যাব। সিদ্ধান্ত লৈছে ঘৰলৈ যোৱাৰ। তেওঁ বিষ্ণুপুৰলৈ যাব। তাৰপিচত যাব ৰাধা আৰু চম্পাক আনিবলৈ। তেওঁৰ বিবাহৰ আজি এটা বছৰ পাৰ হ'ব।

নাৰায়ণে চাই আছে অশ্ৰুপূৰ্ণনেত্ৰাভ্যাং। সত্যক এই ঠাইৰপৰা বিদায় দিবলৈ ওলোৱাৰ প্ৰাক্‌কালত নাৰায়ণ অতি মুহ্যমান হৈছে। কাৰণ সি জানিছে— বৃত্তিগত কাৰণত সত্য আৰু ইয়ালৈ কোনোদিনে নাহে। তেওঁ উপাধি পাছ কৰিছে স্বৰ্ণপদক লৈ। শহুৰেক লোকান্তৰিত হোৱাৰ এবছৰ পূৰ নোহোৱা কাৰণে তেওঁ গোবিন্দ অধ্যাপকৰ কথামতে ৰাধা আৰু চম্পাৰপৰা নিজকে দূৰত ৰাখিছিল। এনে কৰাৰ কোনো অৰ্থ নাই বুলি তেওঁ জানে। তথাপি গুৰুৰ কথা তেওঁ পেলোৱা নাই।

নাৰায়ণে সত্যকিংকৰৰ শান্ত, সৌম্য, স্থিতধী ৰূপ আৰু কান্তি চাই মুগ্ধ গৈছে। সুদৰ্শন পুৰুষ সত্যকিংকৰ। যোৱা বছৰটোত তেওঁ ক্ষৌৰকৰ্ম কৰা নাই। তেওঁৰ চুলি লম্বিত, ডাড়ি দীৰ্ঘ হৈছে। কিন্তু ইয়ে তেওঁক দিছে এক তীব্ৰ আধাৰযুক্ত অভিধা আৰু পৰিচয়, এক ৰূপতাপস-সৌন্দৰ্য্য।

নাৰায়ণে ৰন্ধা খিচিৰি আনন্দমনে গ্ৰহণ কৰি সত্যাই ক'লে, 'তোমাক লগ নিশ্চয় পাম; কিন্তু এনেদৰে লগ পোৱাটো হয়তো নহ'বগৈ। এটা অনুৰোধ আছে। কওঁনে?'

'পাৰা যদি ধৰিত্ৰীৰ কথা ভাবিবা। তায়ো পুষ্পিতা হ'ল। তুমি আমি মিলিয়েই এটা কু-সংস্কাৰ দূৰ কৰিব লাগিব। কুমাৰী কন্যাক বিয়া দিব নোৱৰাৰ অপৰাধত মানুহৰ যাতে মাধৱ মিশ্ৰৰ দৰে দশা নহয় শুদ্ধ জ্ঞানাৰ্জনৰ সুবিধা দিব পৰাকৈ মই এখন টোল খুলিম। মোৰ পিতাৰ মাটিত। নাম দিম বেউলা বিদ্যানিকেতন। ক'ব নোৱাৰো বাই এতিয়াও বাচি আছেনে নাই। ক'ব নোৱাৰো মোৰ গাঁওত কি কি পৰিবৰ্তন হৈছে। কিন্তু কিবা এটা কৰাৰ আশা ৰাখিছো। মোক ৰাধা আৰু চম্পাই সহায় কৰিব। তোমাকো সময়ত খবৰ দিম। তুমিও আহিবা। তুমিও মোৰ সহযোগী

হ'বাহঁক। তুমি মোৰ অগ্ৰজ, কিন্তু আটাইতকৈ বিশ্বাসী বন্ধু।'

নাৰায়ণে ইস্-আস্ কৰিলে, 'তুমি মোক সদায়েই ওপৰত ৰাখা। মই কিহৰ যোগ্য? তোমাৰ লগত মোৰ কিহৰ তুলনা?'

নাৰায়ণে ৰাতি সত্যকিংকৰক গাড়ীত তুলি দিলে। সত্যৰ লগত দুটা সাধাৰণ টোপোলা। তাৰে এটাত কিছু কিতাপ। পৌৰোহিত্যযোগে অৰ্জিত সম্পদ তেওঁ নাৰায়ণ আৰু ৰমেশ প্ৰধানীহঁতক বিলাই দিলে। প্ৰধানীৰ বিধৱা পত্নী আৰু পুত্ৰ-কন্যাই কান্দি-কাটি হুলুস্থুল লগালে। সত্যক বিদায় দিবলৈ আঠ-দহখন গৰুগাড়ীত সৰুগ্ৰাম গাঁওৰ সৰহসংখ্যক মতা মানুহ ধূপগুড়ি ষ্টেচনলৈ আহিল। এক অভূতপূৰ্ব দৃশ্য। গোবিন্দ অধ্যাপকো অভিভূত। তেওঁৰ আশীৰ্বাদ শেষ নহয়হে নহয়— কাণ্ডাৎ কাণ্ডাৎ প্ৰৰোহন্তি পুৰুষাঃ...

# # #

বিষ্ণুপুৰত সাধু বাবাজীৰ পদাৰ্পণ কিঞ্চিৎ চাঞ্চল্যকৰ ঘটনা। ল'ৰা-ছোৱালীবোৰে ত্ৰিশূল আৰু জঁটাধাৰী প্ৰৌঢ় সন্ন্যাসী দেখিছে; কিন্তু এনে কম বয়সীয়া দিব্যকান্তি সুবিন্যস্ত দীৰ্ঘকেশ, লম্বিত ডাড়িৰ সাধু কমেইহে দেখিছে। সাধুৰ হাতত কিতাপৰ টোপোলা দেখি ল'ৰা-ছোৱালী আৰু বিস্মিত। কোন এওঁ? ল'ৰা-ছোৱালীৰ জাক এটা ভৰদুপৰীয়া সাধুৰ পিচে পিচে গৈ আছে। সিহঁতৰ কিঞ্চিৎ ভয়ো নলগা নহয়। কিন্তু গজেন্দ্ৰ গমনে গৈ থকা সাধুই কাৰো লগত এষাৰো মাত-বোল কৰা নাই। বাটৰ মানুহে দৃষ্টিপাত কৰিছে, পৰম ঔৎসুক্যেৰে মানুহজনৰ বিষয়ে আলোচনা কৰিছে, কিন্তু কোনেও উপযাচি কথা এষাৰ সুধিবলৈ সাহস কৰা নাই। সকলোৰে চকুৰে-মুখে উৎকণ্ঠা আৰু ৰহস্য উদ্‌ঘাটনৰ ঈপ্সা। আনকি বাট ওলাব নোৱৰা জীয়াৰী-বোৱাৰীয়েও আলেঙে আলেঙে মানুহজনলৈ জুমি নোচোৱাকৈ থাকিব পৰা নাই।

ক'ৰবা সাধু?

যাব বা ক'লৈ?

সাধু-সন্তৰ কথাই বেলেগ। তেওঁলোক সাধাৰণ নৰমনিচ নহয়।

উপযাচক হৈ কথা পাতিবলৈ গ'লে কিজানি সাধুৱে বেয়া পায়? কিজানি অভিশাপ দিয়ে? এনে শাওপাত ফলিয়াবই ফলিয়াব।

সত্যকিংকৰৰ অলপো ভুল নহ'ল। বকুলডাল বহু ওখ হৈছে মাত্ৰ। বকুলৰ কাষতেই বিশ্বনাথ ভট্টাচাৰ্যৰ ঘৰ। সমুখৰ ঘৰটো খেৰৰ আছিল। সেইটোৰ চালত

টিন উঠিছে। ফুলনিখন মৃত। গোলাপৰ গছবোৰ নাই। পদূলিৰ ওচৰত থকা চেগুন গছ দুডাল লঠঙা, কিন্তু বেছ ওখ হৈছে। অৰ্ধবৃত্তাকাৰ জেওৰাৰ মাজত জংঘল গজিছে। এক শ্ৰীহীন পৰিবেশ। জেওৰাৰ খুটি আৰু কামিবোৰ ভাগি গৈছে ঠায়ে ঠায়ে। ঘৰটোৰ একাষে এখন গৰুগাড়ী পৰি আছে। গোসাঁইঘৰটো নতুনকৈ ইটাৰ দেৱাল দি সজা হৈছে। বৰঘৰৰ উত্তৰমূৰে এতিয়া পাকঘৰ। আগতে পাকঘৰটো উত্তৰলৈ সুকীয়া ঘৰ হিচাপে আছিল।

'মাহী।' সত্যই গম্ভীৰ স্বৰেৰে অহনাক বিচাৰিলে।

বৰ নিমাওমাও। বৰ নিঃসাৰ।

আকৌ মাতিলে মাহীয়েকক। ঘৰৰ কাষৰ আমগছডালত পৰি থকা কাউৰী এজনী ভয় খাই উৰি গ'ল।

কিছুসময় পিচতহে কাষৰ মানুহ ঘৰৰপৰা বুঢ়া মানুহ এজন ওলাই আহি হাতযোৰ কৰি সুধিলে, 'প্ৰভুৰ বা কাক বিচৰা হৈছে?'

'ঘৰত কোনা নাই নেকি? এইটো বিশ্বনাথ মাষ্টৰৰ ঘৰ নহয়নে?'

'হওঁতে হয়, কিন্তু ঘৰ বুলি ক'ব পৰাকৈ কিবা আছে জানো? মাষ্টৰৰ কৰ্কট ৰোগ। বিছনাতে পৰি থাকে। মাত -বোল কম। কাম কৰা ল'ৰা এটা আছিল। সি বা ক'ত মৰিছে? ছোৱালীজনী বোধহয় নামঘৰলৈ যাবই পায়। প্ৰভুই বা কিয় বিচাৰিছে?'

'তুমি বটু জেঠা নোহোৱানে?' সত্যই সুধিলে।

'হয়তো। কিন্তু প্ৰভুকতো চিনি পোৱা নাই।'ওচৰ-চুবুৰীয়াৰ ল'ৰা-তিৰোতা দৌৰি আহি চোতালতে কঠ পাৰি দিলে, গামোচা আনিলে, পানীৰ কলহ আহিল।

সত্যই বজ্ৰনিৰ্ঘোষ কণ্ঠেৰে আত্ম-পৰিচয় দিলে— 'তোমালোকে মোক চিনি পোৱা নাই? মই সত্যকিংকৰ, সত্য।'

হঠাৎ ভূমিকম্প হৈ গ'ল। মাটি কঁপিল। বুকুৰ তটভূমিত বৃহৎ জোকাৰণি আৰম্ভ হ'ল। পৃথিৱী প্ৰবল বেগেৰে ঘূৰিবলৈ ধৰিলে।

**সত্যকিংকৰ? সত্য?**

**সত্য? সত্যকিংকৰ?**

**সত্য বাচি আছে? সত্য মৰা নাই? সত্যই গোসাঁইৰ টকা আৰু টোপোলা চুৰ কৰি পলোৱা নাছিল? ই কি বাস্তৱ নে সাধুৰ ভেল্কিবাজী?**

'মাহী? মাহী ক'ত? গৌতম? ফুলকুমাৰী? মহা কোন ঘৰত?'

'সোণৰ লংকা ধ্বংস হোৱাৰ পিচত ছাই-ভস্মসোপা চাবলৈ আহিছা? ইমান বছৰে ক'ত আছিলা মোৰ বোপাই? এতিয়া ক'ত পাবা অহনাক? হাড়ত বনেই গজিল বোধহয়। গৌতমৰ কথা সুধিছা? তাক নীল গোসাঁয়ে যাদু কৰি তেওঁৰ ফলীয়া কৰি ফালি লৈ গ'ল। ফুলকুমাৰী? সেই ফুলৰ দৰে ছোৱালীজনী? তাই পাগলী হৈছিল নহয়। গাত কানি-কাপোৰ নাথাকে। বিৰা নে যখিনীয়ে লম্ভিছিল। গোসাঁয়ে আসন পাতি পাতি তাইক সুস্থ কৰিলে। শেষত গোসাঁইক তাই নেৰা হ'ল। বশীকৰণ। দুৰ্ঘোৰ বশীকৰণ। তাইকো গোসাঁয়ে পত্নী কৰিলে। পুষ্পাকুমাৰীৰ কথা সুধিছা? গোসাঁইৰ লগত কত ওলাল তাইৰ বদনাম। বিশ্বনাথে প্ৰায়শ্চিত্ত কৰি, দণ্ড দি কোনোমতে সমাজৰ লগত আছে। মহাৰাক চাব খুজিছা? কি চাবা? জঁকাটোহে আছে। আজি যাও কি কালিলৈ যাও। বেউলা বাই? পামেপাৰাৰ বেউলা বাই? বুঢ়ীজনী মৰা নাই। কোনোমতে হাড়ৰ মাজত জীৱটো বান্ধি আছে। চকুৰে সমূলি নেদেখে। মহাৰা অনুতাপত দগ্ধ। বৰ অন্যায় কৰিলে হেনো তোমাৰ। কিন্তু তুমি কিয় গোসাঁইৰ পইচা চুৰ কৰিবলৈ গ'লা? তোমাৰ দৰে ল'ৰাটোৱে? কি, চুৰ কৰা নাই? মিছা বদনাম দিছে? আঃ! কি বামাচাৰী ভণ্ড এই গোসাঁইটো! সি এটা নৰকৰ কীট। তোমালোকৰ পিতৃ-ভিঠা মহায়েৰাক ফুচুলাই সিয়েই দখল কৰি তাত আয়ুৰ্বেদ আশ্ৰমৰ ঘৰ তুলিছে। সি ব্ৰহ্মবধী। দুবছৰমান এইফালে মুখ কৰা নাই। মানুহে তাক বৰ ভয় কৰেহে। অনেক কুমন্ত্ৰ জানে। বাপৰে বাপ! গোসাঁইঘৰৰ পৰা আসন কৰি ওলাই অহাৰ পিচত তাৰ চকুলৈ চাব নোৱাৰি। চকু দুটা ট-টকৈ জ্বলি থাকে। মুখখন সেন্দূৰী আমাৰ দৰে হয়। পেটত গালি-গালাজৰ ভাব থাকিলে তাৰ ওচৰলৈ গ'লে কোনেও টু শব্দটোকে ক'ব নোৱাৰে। ভয়ত কঁপি থাকে সকলোৱে। মহায়েৰাৰ ঘৰতেই থাকিল বছৰৰ পিচত বছৰ। সৰ্বনাশো কৰিলে সমানেই। মাহীয়েৰাৰ কিবা হেনো পচুতা ৰোগ হৈছিল। আসন আৰু আসন, পূজা আৰু পূজা। এদিন কিবা দৰৱ খুৱালে হ'বলা, পুৰা শেষ। ৰাতি পাৰ হ'ল কি নহ'ল! মহায়েৰাৰ একাংগী বুলি কৈছিল। ভাগৱতী ডাক্টৰেহে ক'লে— বোলে ৰোগফেৰা জটিল। কৰ্কট ৰোগ। বাপু, এনে ৰোগৰ নামেই শুনা নাছিলো। কালান্তক বেমাৰ। ভদ্ৰ আৰু হৰিচৰণৰ খবৰ লৈছা? বৰ বেয়া অৱস্থা দুয়োটোৰে। বিয়া-বাগ কৰিলে। ল'ৰা-ছোৱালীও এবাহ হ'ল। খাবলৈ নোজোৰে। তুমি অহা বুলি জানিলে একেউশাহে দৌৰি আহিব। কি? তুমি উপাধি পাছ কৰিছা? উত্তম কথা। আমাৰ তেনেহ'লে পুৰোহিতৰ অভাৱ গুচিল। আজিকালি ভাল পুৰোহিত নোহোৱাই হ'ল। কৈঠালকুছিত গংগা দেউৱেই মধ্যমণি। কবি পুৰোহিত আছে। বিয়াও কৰালা? অময়াপুৰত? দুজনীকে বায়েক, ভনীয়েকক? চাউল একঠা ওলাল তেন্তে। মহায়েৰাক চাব বিচাৰিছা? চোৱাগে। কাঠ

এডালৰ দৰে পৰি আছে। মুখত মাতেই নাই। কি কথানো পাতিবা? তথাপি। কি ঠিক, তোমাক দেখিলে দুটা কথা ওলায়েই কিজানি। সৌ চোৱা, পুষ্পা আহিছে। আহ, আহ, সত্য দাদাৰ আহিছে। চাহ, জলপান দেহি। লাজ কৰিব নালাগে। হায় হৰি। সৌটো কোন? ভদ্ৰ আৰু হৰিচৰণৰ কান্ধত ভৰ দি সৌগৰাকী বেউলা বুঢ়ী নহয়নে? চোৱা বুঢ়ীৰ তোমালৈ কিমান মৰম।'

সত্যকিংকৰে একেজাঁপে দৌৰি গৈ বেউলা বাইক সাৱটি ধৰিলে।

'বাই, মই সত্য।'

'স-ই-ত্-ত? ক'ত মোৰ স-ই-ত্-ত? আহ বাপা, মোৰ বুকুৰ মাজলৈ আহ। তোক এবাৰ চুই চোৱাৰ আশাতেই আজিও হাড় পেলোৱা নাই অ' মোৰ বাপা।' 'বাই, মাহীতো গ'লগৈ, তুমি যে আছা, আহা আমি আমাৰ মৰমৰ ঘৰখনলৈ যাও। তুমি বৰ ভাল পাইছিলা নহয় মোৰ আইক, মোৰ পিতাক, মোক। তুমি তাতেই থাকিবা। আৰু ক'লৈকো যাব নালাগে। ভদ্ৰ, হৰি! তহঁতে বাইক ধৰ। লাহে লাহে লৈ ব'ল আমাৰ পুৰণি ঘৰলৈ। মই মহাক মাত এষাৰ দি আহো। তেওঁক ক্ষমা নকৰিলে জীৱটো বাজ হৈ নাযাব কিজানি।'

# # #

সত্যই উলুখেৰৰ ডাঙৰ মুঠি এটাত জুই জ্বলাই প্ৰথমতে নীল গোসাঁয়ে আৰি থোৱা 'আদ্যশক্তি কেন্দ্ৰ আৰু আয়ুৰ্বেদ চিকিৎসালয়' নামৰ কাঠত চুণেৰে লিখা ফলকখনতেই দাহ-যজ্ঞ আৰম্ভ কৰিলে। অলপ সময়ৰ ভিতৰতেই দাউ-দাউকৈ জ্বলা লেলিহান জুয়ে সত্যকিংকৰৰ পৈতৃক ভেটিত গোসাঁয়ে প্ৰতিষ্ঠা কৰা ঘৰটো পুৰি ছাই কৰিলে।

**পৰি ৰ'ল ঘৰপোৰা ভস্ম। পৰি ৰ'ল এঙাৰ। ভস্ম, এঙাৰ!!**

**বেউলা বায়ে পাগলৰ দৰে চিঞৰি থাকিল, 'দে, পুৰি দে। জ্বলাই দে। পাপবোৰো জ্বলি যাওক। বাঃ, জুই বহু ওপৰলৈ উঠিছে যেন পাইছো! কি তাপ! চকুৰে মই জুই দেখিছো'।**

# # #

সত্যকিংকৰ এতিয়া নাই। তেওঁ তেওঁৰ কৰ্তব্য নিষ্ঠাৰেই কৰি থৈ গৈছে। ৰাধা আৰু চম্পাও নাই। তেওঁলোকেও কোনোদিনে কৰ্তব্য সম্পাদনাত ত্ৰুটী কৰা নাছিল।

আপোনালোক এই পথেৰে গ'লে দেখিব 'বেউলা বিদ্যানিকেতন' পবিত্ৰ গাম্ভীৰ্য আৰু সৃষ্টিশীলতাৰ ওংকাৰধ্বনিৰে মুখৰিত হৈ আছে। ৰাধাৰ ছোৱালী অনুৰীতিয়ে তাত নিঠৰুৱা ল'ৰা-ছোৱালীক পঢ়ুৱায় স্বেচ্ছাসেৱাৰে। চম্পাৰ ল'ৰা সংশপ্তক অলপতে লণ্ডনৰপৰা ওভতাৰ কথা। তাৰ ডাক্তৰী পঢ়া শেষ হৈছে। এই ঠাইতে সি হাস্পতাল এখন প্ৰতিষ্ঠা কৰিব।



# মই

(পটভূমি ঃঃ ষাঠিৰ দশকৰ নামনি অসম)

চন্দ্ৰনাথে সেই দৃশ্যটোলৈ মনত পেলালে...। শাওণ আৰু ভাদৰ সংক্ৰান্তি আছিল সেইদিনা। আগদিনা আকাশ চিক্‌মিকাবলৈ লৈছিল বিজুলীয়াই বিজুলীয়াই, চকাছন্দাত পৃথিৱী মুহুর্মুহুঃ ক্ষণিক সময়ৰ বাবে আলোকিত হৈ উঠিছিল, অলপ স্তব্ধতা, আকৌ নীৰৱতা বিদীৰ্ণ কৰি বিস্ফোৰিত - বিস্ফাৰিত হৈছিল বজ্ৰৰ শব্দ, গছবোৰেও যেন ডংকা বজাইছিল মেৰ্‌মেৰাই, কাউৰী-কুকুৰে বিকট শব্দ কৰিছিল, হঠাৎ মাজে মাজে বহু দূৰৰ পৰা ভাহি আহিছিল কাণ তাল মৰা সোঁ-সোঁৱনিৰ শব্দ আৰু কোনোবা মুহূৰ্তত ঐন্দ্ৰজালিক আৱেশত মেঘৰ মাজেদি ছিটিকি আহিছিল মজাঠি-বুলীয়া বিচ্ছুৰণ। ভয়ত চন্দ্ৰনাথৰ বুকু কঁপি উঠিছিল। কিহৰ লক্ষণ এয়া? প্ৰকৃতিৰ বুকুত কিহৰ অশুভ বাৰ্তা? কেনে ধ্বংসলীলাৰ আগজাননী, কুলক্ষণীয়া ইংগিত?

ভৈৰৱপ্ৰসাদে ওৰে ৰাতি ভ্ৰম বকিছিল। বাৰে বাৰে উচ্চাৰণ কৰিবলৈ চেষ্টা কৰিছিল কালীৰ কুল্লুকা-ক্ৰীং হ্ৰীং স্ত্ৰীং হুং ফট্। পিতাকৰ দুঃসহ কষ্ট আৰু উশাহ-নিশাহ লোৱাৰ অসুবিধা দেখি চন্দ্ৰনাথে অইন কিবা এটাহে ভাবিছিল। এনেকৈয়ে লোকান্তৰিত হ'বনেকি তাৰ পিতৃ? ৰাতিটো কোনোমতে পাৰ হোৱাটোকে খাটিছিল পৰমেশ্বৰক। ৰাতি অভাৱনীয় অথন্তৰ ঘটিলে প্ৰকৃতিৰ সংহাৰ-মূৰ্তি উপেক্ষা কৰি কোন আহি থিয় দিব চোতালত?

পিতাকে স্পষ্টকৈ এটা বাক্যও ফুটাব পৰা নাই। জিভা সোমাই গৈছে ভিতৰলৈ। প্ৰিয় কালী-কুল্লুকাৰ উচ্চাৰণ বেবেৰিবাঙৰ দৰে শুনাইছে। চন্দ্ৰনাথক ইংগিতেৰে ওচৰলৈ মাতি আনি কিবা এষাৰ-দুষাৰ ক'বলৈ বিচাৰিছে, হয়তো কিবা এটা উপদেশ। মাতটো বজি বজি গৈছে। মূৰ ফুৰণিত কাবু মাকো শুই আছে পলিটোৰ দ্বিতীয়খন শেতেলীত। চাৰিজনী বায়েকৰ কোনোবাজনীয়ে মূৰত জলপটি দিছে, কোনোবাই ভজা নিমখৰ টোপোলাৰে সেকিবলৈ লৈছে, এজনীয়ে ভৰি-হাত পিটিকি দিছে, কনিষ্ঠা বাইদেৱেক প্ৰোজ্জ্বয়িনীয়ে চামুচেৰে খুৱাই দিবলৈ চেষ্টা কৰিছে গাখীৰ আৰু পানী। এটা বস্তুও ভিতৰলৈ যোৱা নাই ভালকৈ। ডাঙৰ বায়েক দামিনীয়ে উদাস, ভয়াৰ্ত দৃষ্টিৰে পিতাকৰ কাষত বহি থকা চন্দ্ৰনাথক কৈছে, 'বাপু, শুভ্ৰ-পাৰ্বতীৰে নচলিব কিজানি। বুকুত কফ জমা হোৱা যেন লাগিছে। ঘৰ্ঘৰণি শুনা নাই? এই ৰাতিখন কবিৰাজৰ ওচৰলৈনো কেনেকৈ যাব? ভালেখিনি দূৰ। বতৰটোওনো ইমান বেয়া কৰিব পায়নে?'

চন্দ্ৰনাথে অকম্পিতভাৱে ক'লে, 'মই যাব পাৰিম। দৌৰি যাম, দৌৰি আহিম।'

চন্দ্রনাথৰ বয়স তেতিয়া বাৰ বছৰেই পাৰ হোৱা নাই। সৰু-মাজু বায়েক অৱন্তীয়ে ভায়েকৰ সাহসত বিস্ময় প্ৰকাশ নকৰি নোৱাৰিলে, 'তোৰো যে মৰ সাহসটো! পাকৰিৰ তলৰ বাৰ গোপালে দাঙি নিনিব? মই আৰু বাপু—দুয়ো যামনেকি বাইদেউ?' উত্তৰৰ আশাত তাই দামিনীলৈ চালে। চন্দ্ৰনাথেও। সি ভঁৰাল ঘৰৰ চালত খুচি থোৱা কাঠৰ নালৰ বল্লমডাললৈ মনত পেলাইছে। লোহা আৰু জলকীয়া থাকিলে ভূতে চুব নোৱাৰে। দেউতাকৰ তেনে ভয় নাছিল। তেওঁ তন্ত্ৰ সাধক, কালীৰ ভক্ত। তেওঁক দেখিলে চাঁগে ভূত-দানহে সসন্মানে বাট এৰি দিয়ে। ভূতৰ ভয় নাছিল আটাইতকৈ ডাঙৰ বায়েক প্ৰণতিৰ, তাৰ তলৰ গৰাকী বায়েক মিনিতৰো খামি ডাঠ আছিল। যত ভয় এই তলৰ চাৰিগৰাকী বায়েকৰহে। তাৰ অন্তৰালত এটা দুৰ্ঘটনাও আছে। মিনতিৰ তলৰ গৰাকী বায়েক মনোৰমাক হেনো নদীলৈ কাপোৰ ধুবলৈ যাওঁতে বোৱাৰীপুৰাতে যখে কিলাই মাৰিছিল। মুখেৰে ফেন আৰু হোলোকা-হোলোকা তেজ ওলাই আহিছিল। চন্দ্ৰনাথে সেই বায়েকগৰাকীক দেখা নাই। তাৰ জন্মৰ আগতেই বায়েক ঢুকাইছে।

দামিনীয়ে অৱন্তীৰ প্ৰস্তাৱত চেঁচাপানী ঢালি ক'লে, 'যি হ'বৰতো হ'বই। এই ৰাতি বাহিৰলৈ যাব নালাগে। বতাহে সোঁ-সোঁৱাই আছে। আকাশে কেনেকৈ গাজি আছে দেখা নাই? বৰষুণ আহেহে লাগে। আকাশখন ওন্দোলি আছে। অধ্যাপক জেঠাক মাতিলে নাহিবনে? মতা মানুহ এজন থাকিলে অলপ সাহস থাকিলহেঁতেন। পিতাৰ অৱস্থা ভাল দেখা নাই। অথচ ভাত খোৱাৰ আগলৈকে ঠিক আছিল।'

প্ৰোজ্জ্বয়িনীয়ে সন্দেহ প্ৰকাশ কৰিলে, 'অধ্যাপক জেঠাই ডাঙৰ জেঠাক ভয় কৰি চলে। কথাবোৰ তহঁতৰ মনত নাই জানো? তেওঁক নমতাই ভাল হ'ব। তেওঁ ভাল মানুহ, কিন্তু ভীৰু।'

ইজনে সিজনৰ মুখলৈ চোৱা চুই কৰিলে। কাৰো মুখত কথা নাই। কিংকৰ্তব্যবিমূঢ় অৱস্থা। গাঁতৰ চকুপানী শুকাই গৈছে। হুৱা-দুৱাৰ শব্দ, বিননিৰ করুণ বিলাপ কেতিয়াবাই মিলি গৈছে বতাহত। দামিনীহঁতে বহু সময় কান্দিছে। কবিৰাজৰ আগৰ ঔষধে তৰাব পাৰিব বুলি থকা বিশ্বাস আটায়ে হেৰুৱাই পেলাইছে। মাকৰ জগত ভিন্ন হৈ গৈছে ইতিমধ্যে। তেওঁ যেন মৰ-টোপনিত। মাজে মাজে হু-হা কৰিছে। শৰীৰ দুৰ্বল। মূৰফুৰণিৰ অসহ্য যন্ত্ৰণাই তেওঁক নিশ্চল কৰি তোলে। তেওঁৰ দেহটো পৰিশত হৈছে জঁকাত। এসময়ৰ কাজুৱা, সপ্ৰতিভ দময়ন্তীৰ একপ্ৰকাৰ মৃত্যু হোৱা বুলিয়েই ক'ব পাৰি। এসময়ত অৱন্তীপুৰ গাঁৱত তেওঁৰ পৰিচয় আছিল সৰ্বসুলক্ষণা দেৱী বুলি। বয়সত কনিষ্ঠজনেতো তেওঁক দেখিলে প্ৰণাম কৰিছিলেই, ভাই-শহুৰ সম্বন্ধৰ ব্যক্তিয়েও তেওঁৰ প্ৰতি আন্তৰিক শ্ৰদ্ধাসনা দৃষ্টিৰে কেৱাহিকৈ

চাইছিল। পিছতহে সকলো ওলট-পালট হৈ গ'ল। ভৈৰৱপ্ৰসাদে তন্ত্ৰ-মন্ত্ৰ বিদ্যা, সৰ্প-দংশনৰ জৰা-ফুকা, অপশক্তি, বশীকৰণ, বীৰা পোহাৰ অপযশ আদিত ডুবি থাকি আসুৰিক কামৰ জৰিয়তে অনেক ব্যক্তিৰ সৰ্বনাশ কৰিছে বুলি পতিয়ন যোৱা সমাজে তেওঁৰ পৰা দূৰত্ব অটুট ৰখা সময়তে মনোৰমাৰ মৃত্যু হোৱাত তেওঁৰ ক্ষেত্ৰত দৈৱিক অভিশাপ পৰা বুলি মানুহৰ বিশ্বাস জন্মাতো তেওঁৰ তিমান ক্ষতি হোৱা নাছিল— যিমান ক্ষতি হ'ল ডাঙৰ দাদাক কালিকাপ্ৰসাদে জোৰ-জবৰদস্তি তেওঁক মাটি-সম্পত্তিৰ অংশ নিদিয়াকৈ বেলেগ কৰি দিয়াত। বিনা মেঘে যেন বজ্ৰপাত পৰিল। গাঁওৰ বেছিভাগ মানুহে ৰৌজাল-বৌজালতো কৰিলেই যে মনোৰমাৰ মৃত্যুত ৰহস্য আছে, হয় পবিত্ৰ নামৰ মন্ত্ৰশিষ্যজনে মনোৰমাৰ গৰ্ভ কৰিলে, নহয় পোহনীয়া বীৰাটোৱে কিবা খুঁত পাই কিলাই কিলাই মাৰিলে। মতা বীৰাক্তো! সৰস্বতীৰ দৰে সুন্দৰী মনোৰমাৰ প্ৰতি কিজানি লোভেই আছিল। পবিত্ৰৰ জেদতে মনোৰমাৰ ওপৰতেই পোটক তুলিলে কিজানি। কালিকাপ্ৰসাদ সৰু ভায়েকৰ কাম-কাজত যৎপৰোনাস্তি অসন্তুষ্ট আৰু বিৰক্ত আছিল। অধ্যাপকৰ নামজ্বলা বংশত জন্মি এনে কুলাঙ্গাৰ অকাল কুষ্মাণ্ড হ'ব লাগে কিয়? কি দৰ্কাৰ তন্ত্ৰ-সাধনাৰ? পঢ়িব লাগে বেদ-ব্যাকৰণ, ডুবি থাকে বশীকৰণ-আকৰ্ষণ-বিদ্বেষণ-উচ্চাটন-মাৰণ-স্তম্ভনত। বংশক হেয় কৰিলে, বংশ গৌৰৱত ক'লা ছাই সানিলে, মানুহৰ আগত মুখ দেখুৱাব নোৱৰা অৱস্থা কৰিলে। ইমানৰ পিছতো সহ্য কৰা যায়? উগ্ৰচণ্ডী কালিকাপ্ৰসাদ, শ্ৰীপুৰ দেৱালয়ৰ পূজ্যপাদ পুৰোহিত কালিকাপ্ৰসাদ ধন-জন-ভূসম্পত্তিৰ অধিকাৰী কালিকাপ্ৰসাদ— এনে এজন মানুহে কপাল দোঁৱাব? অসম্ভৱ। লাগিলে পূবৰ বেলি উদয় হওক পশ্চিমত, বনৰজাই ঘাঁহ গিলিবলৈ ধৰক। মাজু ভায়েক মহেন্দ্ৰপ্ৰসাদকো তেওঁ সাৱধান কৰি দিছিল, 'তই হয়তো সময়ত ডাঙৰ পণ্ডিতেই হ'বিগৈ। মোতকৈও বহু ওখত থকিবি। কিন্তু যেতিয়ালৈকে মোৰ হাড়ৰ ভিতৰত প্ৰাণ থাকিব, ভৈৰৱৰ লগত কোনো সম্পৰ্ক ৰাখিব নোৱাৰিবি। সি বংশৰ কলংক, কুলৰ ধূমকেতু। আৰু কাণ খুলি শুনি ল, সম্পৰ্ক ৰাখিবলৈ মন যদি কোমল হৈ আছে— ক, তোকো বেলেগ কৰি দিও।' মহেন্দ্ৰপ্ৰসাদৰ সাহসেই নাছিল কালিকাপ্ৰসাদৰ ৰক্তচক্ষুলৈ চাই এটা শব্দ উচ্চাৰণ কৰাৰ। সুৰসুৰকৈ আঁতৰি গৈছিল।

কিন্তু অতি কঠিন ধাতুৰে গঢ়া মানুহ ভৈৰৱপ্ৰসাদ। নিজৰ মতত দৃঢ়চেতা, দুৰ্বিনীত নহ'লেও সহজে ভাঙি যোৱাৰ বাবে প্ৰস্তুত নহয়। স্বজ্ঞানে কাৰো একো অন্যায় কৰা নাই। এক ধৰণৰ সাধনা তেওঁ কৰিছে। জ্ঞান লাভৰ আশাত, অজ্ঞেয়ক জনাৰ বাসনাত। অপপ্ৰচাৰ কৰা হৈছে তেওঁৰ বিৰুদ্ধে, অপযশ জাপি দিবলৈ চেষ্টা কৰা হৈছে। অপশক্তি-পূজনৰ ঋত্বিক হেনো তেওঁ, তেওঁৰ সমস্ত কৃতাঞ্জলি অবৈদিক, নীতি-বিৰুদ্ধ। ব্ৰাহ্মণৰ গৰিমা তেওঁ টুটোৱা নাই। অযুক্তিকৰ ভণ্ডামিত বামুণৰ তুলনা

পোৰা টান, উচ্চাত্মিকাবোধ একপ্ৰকাৰ ফোপোলা ডেডাউৰি। যীৰা পোহা কৰন্ধ বুলি তেওঁক যে মানুহে হাঁহে, তুচ্ছ-তাচ্ছিল্য কৰে—তেওঁ নজনা নহয়। মানুহৰ ক্ৰুৰ অন্ধবিশ্বাস দেখি তেওঁ বিস্মিত হয়। গাঁওত জন্মা মাত্ৰেই কোনো কেঁচুৱা মৰিলে মুহূৰ্ত্তৰো অপচয় নকৰাকৈ আৰম্ভ কৰা হয় শায়ক নিক্ষেপ, অভিযোগৰ তীৰ— ভৈৰৱ বামুণৰ কাৰবাৰ। তেওঁৰ হাঁহি উঠে। মানুহ অবিবেচকেই হোৱা নাই, অন্ধ আৰু উন্মাদ হৈ গৈছে। দেশে কেইবছৰমান আগত স্বাধীনতা লাভ কৰিছে, কিন্তু অৱন্তীপুৰহে যেন স্বাধীন নহ'ল। স্বাধীনতাৰ অৰ্থ কেৱল বৃটিচে ভাৰত ত্যাগ কৰি গুচি যোৱাটো নহয়, মানুহৰ মনতো স্বাধীন, সুস্থ, নিষ্কলুষ চিন্তাৰ পোহৰ পৰিব লাগে— তেহে তাৰ যহত স্বাধীনতাৰ মৰ্মাৰ্থ ফটফটীয়া হ'ব। কিহৰ বাবে লাগে বংশৰ কৌলিন্য? বংশৰ কৌলিন্য ধুই পানী খাই থাকিলে পেট ভৰিব নেকি?

তাৰ পিছত কেইটামান বছৰ পাৰ হৈ গৈছে। পাগলাদিয়াৰ পাৰৰ বকৰাণিত তেওঁ ঘৰ সাজিছে। কল-তামোল-নাৰিকল ৰুইছে, গছ-গছনি লগাইছে। এসময়ত সেইবোৰ ডাঙৰ হৈছে। পৰিয়ালৰ সংখ্যা বাঢ়িছে। তাৰ বাবে তেওঁ নিজকে দায়ী বুলি নাভাবে, দায়ী দময়ন্তীৰ পুত্ৰেচ্ছা। শেষত চন্দ্ৰনাথ আহিছে। চন্দ্ৰনাথক জন্ম দিয়া সময়ত দময়ন্তী একেলগে একে লেথাৰিয়ে কেইবাটাও অসুখত ভুগিল। প্ৰসৱৰ সময়ত একমাত্ৰ পুত্ৰ সন্তানে হেঙেৰা দিলে। পৃথিৱীৰ পোহৰ চাবলৈ সি যেন বৰ ভয় পায়। ভৈৰৱপ্ৰসাদে গাঁৱৰ অশিক্ষিতা ধাইৰ ওপৰত বিশ্বাস কৰি হাত-সাবটি বহি থকা হ'লে মাক আৰু সন্তান দুয়োটাকে হেৰুৱালেহেঁতেন। মাকৰ দেহা পৰিণত হৈছিল বাৰিষা চোতালত খমলা মৰা চেলনিৰ দৰে। একমাত্ৰ ডাক্তৰজনক পোৱা গৈছিল পাঁচ মাইল গ'লেহে। অৱন্তীপুৰৰ দৰে দ্বীপ যেন গাওঁ এখনত ডাক্তৰৰ পদধূলি নপৰেই। তথাপি অসাধ্য সাধন কৰিছিল চন্দ্ৰনাথৰ জনক হ'বলৈ ওলোৱা ভৈৰৱপ্ৰসাদে। ডিমৰু গছত ফুল ফুলাইছিল। ডাক্তৰ আনি পুত্ৰ-মাতৃক ধৰাধামত বাচি-বৰ্তি থকাৰ মৌৰুছী পট্টাখনত মোহৰ লগাই দিছিল।

সেই শক্তিশালী মানুহজন এতিয়া মৃত্যুমুখী। কালিকাপ্ৰসাদৰ উগ্ৰ হিংসাত্মক জেদৰ কঠিনতাৰ বিপৰীতে জীৱন নিৰ্বাহ কৰা ভৈৰৱপ্ৰসাদে বীৰৰ দৰে যুঁজি জীৱনৰ উষ্ণতা-শীতলতাৰ পৰীক্ষা কৰিছে। শৰীৰ লাহে লাহে ক্লান্তও হৈছে। ক্লান্তিতো জীৱনৰেই মৰুৰা ফুল। অত্যন্ত বেছি শাৰীৰিক পৰিশ্ৰম কৰিহে তেওঁৰ পৰিয়ালৰ অন্নসংস্থান সম্ভৱপৰ কৰাত তেওঁ আংশিক সফল হৈছিল। গাৰ্হস্থ্য চিন্তা পুখুৰীত ঘূৰা পানী পৰুৱাৰ দৰে। বিদ্যমান থাকিবই। বেহাই নাই— আমৃত্যু। ডাঙৰ ছোৱালী দুজনীৰ বিয়া দিওঁতেও কঁকালত কোব পৰিছিল। হাত উজান দিয়াতো বাদেই, কালিকাপ্ৰসাদ ইমুৱা পৰ্যন্ত নহ'ল। অধ্যাপক এদিন ৰাতি চোৰৰ দৰে আহিছিল। এটোপোলা টকা কাগো তুলি দিছিল দাদকৰ হাতত। ভৈৰৱ প্ৰসাদে সবিনয়ে

প্ৰত্যাখ্যান কৰি কৈছিল— 'এনেকৈ লুকাই চুৰকৈ নাহিবি। শোভা নাপায়। কাপুৰুষৰ দৰে আচৰণ প্ৰকৃত ব্ৰাহ্মণৰ ক্ষেত্ৰত অশোভনীয়ই নহয়, অমাৰ্জনীয়ও।' ফেঁচাৰ দৰে ভয়ে ভায়ে আঁতৰি গৈছিল খ্যাতনামা অধ্যাপক। ভৈৰৱপ্ৰসাদে মহেন্দ্ৰক কঢ়াকৈ ক'লেও অন্তৰৰ অন্তঃস্থলৰ পৰা অলপো বেয়া পোৱা নাছিল। বৰং ভায়েকৰ প্ৰতি স্নেহ-স্ৰোতস্বিনী আছিল ফল্গুৰ দৰে আন্তঃস্ৰোতা। কাৰণ একমাত্ৰ ভীৰুতাৰ বাহিৰে মহেন্দ্ৰৰ বহু মহৎ মানৱীয় গুণ আছিল। তেওঁ আছিল বৈদগ্ধ্যৰ মহীৰুহ, সৰল, দয়াপৰায়ণ, উদাৰ আৰু মানৱতাবাদী। শ্ৰেষ্ঠ আৰু অগ্ৰজৰ সন্মুখত তেওঁ আছিল পৰম বিনীত, নম্ৰ। বিশেষ এক অভিজ্ঞানৰ বাবেই জ্যেষ্ঠ ভ্ৰাতৃ কালিকাপ্ৰসাদক তেওঁ মানি চলিছিল। মৰাৰ আগতে পিতাকে দঢ়াই দঢ়াই মহেন্দ্ৰক কৈ গৈছিল— কালিকাক মানি চলিবি, তাৰ এটা কথাৰো ইফাল সিফাল নকৰিবি, কোনোদিনে অবাধ্য নহ'বি। এই মৃত্যু-পূৰ্ব ইচ্ছাক আখৰে-আখৰে সন্মান দিছে মহেন্দ্ৰই। পৰামৰ্শ দিবলৈ মাজু পুতেক ভৈৰৱপ্ৰসাদক তেওঁ সেই সময়ত কাষত নাপালে। বাস্কা অঞ্চলৰ পকা আহুধান চপোৱাৰ তদাৰক কৰিবলৈ ভৈৰৱপ্ৰসাদক পঠোৱা হৈছিল আইল্লা পাখামাৰা নামৰ ঠাইলৈ। সেই অঞ্চল অৱন্তীপুৰৰ পৰা পোন্ধৰ ক্ৰোশ দূৰত। ভৈৰৱপ্ৰসাদে পিতৃৰ তিৰোধান দেখা নাপালে। চতুৰ্থীৰ দিনাহে খবৰ দিবলৈ যোৱা মানুহৰ লগত আহি ঘৰ পাইছিল।

আহাৰ গ্ৰহণৰ অনিচ্ছা, নিদ্ৰাহীনতা, দুৰ্বল স্বাস্থ্যৰ অশুভ লক্ষণ দেখি দামিনীয়ে কিছুদিন আগৰে পৰা পিতাকক সোঁৱৰাই দি আহিছিলেই, 'পিতা, তুমি সাধনাৰ কামত ইমান সময় নিদিয়াই ভাল নেকি? কৈৱৰ্ত গাঁৱৰ শশী খুৰাই সিদিনা মোক বাৰে বাৰে তোমাক ক'বলৈ কৈ গৈছিল বোলে দাদাক আৰু মানুহে কিবা কামৰ বাবে মাতিবলৈ আহিলেই যাবলৈ নিদিবি। তেওঁ য'তে ত'তে যাৰে-তাৰে ঘৰত জাত-কুলৰ বাছ-বিচাৰ নকৰি অন্ন গ্ৰহণ কৰাটোও উচিত হোৱা নাই। চন্দ্ৰশেখৰ মাষ্টৰৰ ঘৰত দিনতো কিহবাই মাটি-চপৰা দলিয়ায়— তাৰে নিৰাময় কৰিবলৈ খুৰা তিনিদিন তিনিৰাতি মুখত খুদ-কণ এটাও নিদিয়াকৈ পৰি থাকিল আসন পাতি। কি দৰ্কাৰ? এনে ভগ্ন স্বাস্থ্য লৈ মানুহ কিমানদিন টিকি থাকিব? খুৰাই দেখোন নিজেই কয়— সাপৰ বিষৰ নিপাত ঘটাবৰ বাবে ডাক্তৰেই হেনো ডাঙৰ বেজ, কিন্তু সৰ্প-দংশনৰ বাতৰি পালেই তেওঁ ঢপলিয়ায় কিয়? কোনো অৰ্থ আছে? তোমাক এইবোৰ ক'বলৈ জোৰ কৰি থৈ গৈছে। মই কি ক'লো জানা? পিতাই শুনিলেহে হৈছে —।'

জীয়েকৰ কথা শুনি ভৈৰৱপ্ৰসাদে অন্তৰখোলা হাঁহি এটা মাৰি কৈছিল, 'শশীয়ে মোক বেছি ভাল পায় কাৰণেই তেনেকৈ কৈছে হয়তো। আব্দুলৰ দেউতাকেও বাটে-ঘাটে লগ পালেই একে কথাকে কয়। এই বয়সত কি কৰা উচিত, কি কৰা অনুচিত ময়ো নজনা নহয়। কিন্তু মনটোক প্ৰবোধ দিব নোৱাৰো। মোৰ ক্ষমতা অতি কম।

মানুহ অন্ধবিশ্বাসী কাৰণেই ময়ো জেওৰাৰ ফাকেৰে ছাগলীয়ে মুৰ সুমুওৱাদি নিদানৰ চেষ্টা কৰি থাকো। সৰ্প-দংশনত বিহ মেটেকাৰ ফুলৰ দৰে নীলা হোৱা দেহত ফুঁ দিও। বীৰাই ধৰা মানুহৰ দেহৰ পৰা বীৰা খেদো। তইঁতক কেনেকৈ বুজাম যে মোৰ সাধনা উচ্চ পৰ্যায়ৰ হোৱা নাই, মোৰ গভীৰ অভিনিৱেশ ঘটা নাই। পাৰিলে বাপুই কৰিব। মোৰ দিন শেষ হ'ল। বীৰাই ধৰাটো বলিয়ালিহে, কোনো ভূত-প্ৰেতৰ কাৰবাৰ নহয়। সাপৰ বিষ উলিওৱা মানুহ ডাক্টৰহে হ'ব লাগে। কিন্তু মানুহ আহে মোৰ ওচৰলৈ। বোধহয় পেটৰ দায়তে ময়ো ভৰিখন আগবঢ়াই দিও। তন্ত্ৰৰ উচ্চ বৰ্গৰ সাধনাৰ বাবে মই প্ৰতিভা আৰু অধ্যৱসায় আয়ত্ত কৰিব নোৱাৰিলো।'

দামিনী অভিভূত হয়। দেউতাকৰ বহু কথাৰ গূঢ় মৰ্মাৰ্থ তাই বুজি নাপায়, কিন্তু তেওঁক বিশ্বাস কৰে। দেউতাকে মিছা নকয়। কথা কয় চালি-জাৰি। তেওঁৰ মুখমণ্ডলত হেমন্তৰ শান্ত নদীৰ দৰে সমাহিত ৰূপ বিৰাজমান হৈ থাকে। তাইৰ দুখ লাগে পিতাকৰ কষ্ট দেখি। সাতজন মানুহৰ পেটৰ অন্নমুঠি, কাপোৰৰ বাবে সূতা যোগাৰ কৰিবলৈ তেওঁ অতি আসুৰিক পৰিশ্ৰম কৰে। বলে নোৱৰা শিলকো নমস্কাৰ নকৰে। যেন বগৰাই নেৰালৈকে শান্তি নাই। এই সকলো সত্ত্বেও পিতাকৰ মনৰ আগ্নেয়গিৰিত কি বিস্ফোৰণ ঘটি থাকে, তাৰ উমান পোৱাত তাই ব্যৰ্থ হয়। নিজে বুজি নোপোৱা কঠিন কথা প্ৰোজ্জ্বয়িনীকহে তাই সোধে। তাই অতি তীখৰ বুদ্ধিৰ। পাঁচমাইল খোজ কাঢ়ি হাইস্কুললৈ পঢ়িবলৈ যায়। দিন ৰাতিৰ বেছি ভাগ সময় ছেদ-ভেদ নোহোৱাকৈ কিতাপৰ মাজত ডুবি থাকে। ঢেৰ কথা জানে। একমাত্ৰ ভূতৰ ভয়ৰ বাহিৰে তাইৰ আন একোলৈ ভয় নাই। স্কুললৈ যাওঁতে তৌমাৰীৰ কৰচ এজোপাৰ তলত এদিন ভৰ ৰ'দত জিৰণি লোৱা সময়ত গছজোপাৰ ওপৰৰ পৰা কোনোবাই খুক্‌খুককৈ হঁহা শুনিছিল। ওপৰলৈ চাই কাকো নেদেখিলে। এইবাৰ শুনিলে ইননি-বিননি। চিঞৰি-বাখৰি ঊৰ্দ্ধশ্বাসে দে দৌৰ। বহুদিন স্কুললৈকে যোৱা নাছিল। এইটো ভূতৰ বাহিৰে আৰু আনৰ কাণ্ড হ'ব নোৱাৰে। তাই কোনোদিনে জানিব নোৱাৰিলে যে কাহাৰপাৰাৰ মদন নামৰ ল'ৰা এজনে অতি ওখ গছজোপাৰ মূধচৰ ডালত পাতৰ আঁৰত লুকাই এই কাণ্ডটো কৰিছিল। প্ৰতিশোধ। মদনে এদিন বেয়া ইংগিত দিছিল প্ৰথম ৰিপুটোৰ জয়গান গাই; দিবলৈ একো নথকাত উদিত সূৰ্যৰ তেজেৰে প্ৰোজ্জ্বয়িনীয়ে তাৰ গালত তাইৰ সোঁহাতখন অলপ বেছি জোৰকৈয়ে লগাই দিছিল। কথা ইমানেই। ভৈৰৱপ্ৰসাদৰ শক্তি-সাধনা নিসৃত বীৰ্যৰ উচ্চাটন শক্তিৰ কিবা অলপ অংশ তাইৰ অস্থি-ৰক্ত-মজ্জা-মস্তিষ্কত কোষ-ৰস হৈ প্ৰৱাহিত হৈ নথকাটোহে অস্বাভাৱিক হ'লহেঁতেন। পৰিগতিত উপকৰা লাভ হ'ল ভূতৰ ভয়টো।

ভৈৰৱপ্ৰসাদৰ তেনেকৈ একো হোৱা নাছিল, অন্ততঃ গুৰু ধৰণৰ কিবা এটা হোৱা বুলি তেওঁ ধাৰণা কৰা নাছিল। এসপ্তাহমান আগতে বালীগাঁৱলৈ গৈছিল

নিত্যানন্দ ব্ৰহ্মচাৰীৰ লগত। ব্ৰহ্মচাৰীৰ লগত তেওঁৰ সম্পৰ্ক আছিল অতি মধুৰ। এই সাধকজন বয়সত তেওঁতকৈ কনিষ্ঠ, কিন্তু ভৈৰৱপ্ৰসাদে একান্ত বিশ্বাসেৰে উপলব্ধি কৰা মতে ব্ৰহ্মচাৰীৰ সাধনা-মাৰ্গৰ প্ৰৱেশ আৰু সিদ্ধিৰ পথ অতি গভীৰ, অতি নৈষ্ঠিক, মনস্বী অভিনিবেশেৰে অন্য এক অদৃশ্য জগতত বিচৰণ কৰিব পৰা শক্তিৰে দেদীপ্যমান— সেই অৰ্থত নিত্যানন্দ ব্ৰহ্মচাৰী বৰিষ্ঠ, জ্যেষ্ঠ, গুৰুজনতুল্য। বালীৰ বিখ্যাত পৰিয়াল সাৰংগপাণি ভট্টাচাৰ্যৰ একমাত্ৰ দুহিতা অনুৰূপা ৰূপে-গুণে অদ্বিতীয়া হোৱা সত্ত্বেও বাৰে বাৰে হ'বলগীয়া বিয়া ভাঙি যায়, আনকি দুবাৰ বিয়াৰ দিন ঠিক হোৱাৰ পিছত তেওঁ সীমন্তিনী হ'ব নোৱাৰিলে— এই কথাবোৰ লৈ পৰিয়ালৰ জনা-বুজা সকলো ব্যক্তিৰ মনতেই দুশ্চিন্তা-দুৰ্ভাৱনাৰ আদি-অন্ত নোহোৱা হৈছিল। গণক-জ্যোতিষী সকলো ফেল কৰাত কি অশুভ শক্তিৰ প্ৰভাৱতনো এনে অভাৱনীয় কাণ্ড ঘটি আছে তাকে নিৰূপণ কৰিবলৈ পৰম সসন্মানে ভৈৰৱপ্ৰসাদক নিমন্ত্ৰণ কৰা হৈছিল। বালীলৈ যাবলৈ ওলোৱাৰ দিনা বোৱাৰীপুৱাতে চোতালত ৰণিত হ'ল-সাৰোদৰ মাত— 'ভৈৰৱদা, আছেনে ঘৰত? মই নিত্যানন্দ।' তেতিয়াও চিলমিল টোপনিৰ মায়াজালত বন্দী ভৈৰৱপ্ৰসাদ। যেন তাৰ মাজতে শুনিলে কীচক বেণুৰ ৰিণিকি ৰিণিকি আত্মা পৰশা সুৰদী ধ্বনি। নিত্যানন্দৰ বাহিৰে এনে কণ্ঠৰ অধিকাৰী এই পৃথিৱীত আৰু আন কোন হ'ব পাৰে? তেওঁ ধহমহাই বিছনাৰ পৰা উঠিল। চকু মোহাৰি মোহাৰি ঘৰৰ বাজ ওলাই আহি যি দেখিলে সি কি মায়া? নে ভ্ৰম? নাই, নাই [illegible]য়ানু মতিভ্ৰমো নু। দিব্য সন্দৰ্শন হ'ল যেন এক জ্যোতিপ্ৰপাতৰ লগতহে। নিজৰ চকুকেই যেন বিশ্বাস কৰিব নোৱৰি। টিকটিকীয়া জবাফুলৰ দৰে গাৰ ৰং, পিন্ধনত গেৰুৱা বস্ত্ৰ, দীৰ্ঘদেহী, সৌম্যমূৰ্তি, এক প্ৰশান্তি-পট। মুহূৰ্ততে ভৈৰৱপ্ৰসাদৰ উবা-জুবা, উথপ-থপ লাগিল। কি কৰিব, কি নকৰিব অৱস্থা। তেওঁৰ দেহ-মন-সত্তাত পুলকৰ শিহৰণ।

'ক'ৰপৰা আহিলা? আহা, আহা, অ' ডাঙৰ মা— কঠ পাৰি দে, পানী আন, গামোচা আন। কোন আহিছে চাহিচোন, হেৰা তুমি উঠিলানে, উঠা, উঠা কি সৌভাগ্য, নিত্যানন্দ আহিছে।' ভৈৰৱপ্ৰসাদৰ উষ্ণ আবেগ-মণ্ডিত কথাই পৰিবেশটোকেই সলনি কৰি দিলে।

ব্ৰহ্মচাৰীয়ে লাজ পোৱাৰ ভংগীত বিনয় প্ৰকাশ কৰি উদ্যত টৌকহে যেন প্ৰশান্ত কৰাৰ মধু-প্ৰয়াস কৰিলে, 'মোক লৈ ইমান ব্যস্ত হোৱা দেখিলে লাজেই পাওঁ। আজিকালি এই কাৰণেই মানুহৰ ঘৰলৈ যোৱাটোকে বাদ দিছো। কিন্তু সাৰংগপাণিৰ ঘৰলৈতো নোযোৱাকৈ থাকিব নোৱাৰি। পাঠশালাত আছিলো— এটা যজ্ঞানুষ্ঠান আছিল। শেষ আহুতি দিয়া সময়ত হঠাৎ মনলৈ আহিল সাৰংগপাণিয়ে অতি গভীৰ মানসিক কষ্টত দিন কটাইছে। ক'ব নোৱাৰো— কিয় জানো এনে ভাবো মনলৈ

আহিল যে আপুনিও আজি বালীলৈ গৈ আছে। দিনত পথে-ঘাটে ভ্রমিলে মানুহবোৰে বৰকৈ টনা-আজোৰা কৰে। কিমানৰ ঘৰলৈ যাম? সম্ভৱনে? সেয়ে কোনেও নেদেখাকৈ সূৰ্যোদয়ৰ আগতেই আহি ওলালো।'

ভৈৰৱপ্রসাদ স্তম্ভিত, বিচলিতও। পাঠশালাৰ পৰা পোন্ধৰ মাইলৰ বাট অৱন্তীপুৰলৈ। ব্রহ্মচাৰী গভীৰ নিশা খোজ কাঢ়ি আহিল নেকি? চাৰিওফালে জংঘল, অটব্য হাবি, দিনতে বাঘে মানুহক তৰ্ণাক্তি কৰে। সেইবোৰৰ মাজে মাজে গোপ্তাৰ দৰে পথ। এই মানুহজনৰ কি ভয়-ডৰ বুলি কোনো বিষয় নাইনেকি? নাথাকিবৰে কথা। সেইবোৰ থাকিলে মানুহ এজন নিত্যানন্দ ব্রহ্মচাৰী হ'ব পাৰেনেকি? কিমান গভীৰ অনুধ্যান আৰু অন্তৰ্দৃষ্টি থকিলে ব্ৰহ্মচাৰীৰ দৰে অন্তৰ্যামী হ'ব পাৰি ভৈৰৱপ্রসাদে ভাবি ভাবি উৰাদিহ্ নাপালে। এনে অননুকৰণীয় শক্তিৰ অধিকাৰী নহ'লে তেওঁ যে সাৰংগপাণিৰ ঘৰলৈ আজিয়েই যাব বিপদোদ্ধাৰৰ আশাৰে, জনাটো সম্ভৱপৰনে?

ব্রহ্মচাৰীয়ে ফল-মূল আৰু পানীৰ বাহিৰে একো গ্রহণ নকৰে। ৰাতিপুৱা একো নাখায়। এতেকে সোধ-পোছ কৰাৰ অৱকাশেই নাথাকে। যাবলৈ সাজু হৈ ভৈৰৱপ্রসাদে কৌতূহল চেপি ৰাখিব নোৱাৰি মাথো এটা কথা সুধিলে, 'পাঠশালাৰ পৰা মাজ ৰাতিমানতে ওলাইছিলা নেকি?'

'নাই, নাই', তেওঁ প্রশান্তচিত্তে হাঁহিলে 'পুবে বগা ভাৰ দিয়াৰ অলপ আগতে ওলাইছো। গোটেই ৰাতি গীতা পাঠ চলিছিল।'

ভৈৰৱপ্রসাদৰ মনৰ তুলাপাতত কাপ-মৈলামে এটা শব্দ উৎকীৰ্ণ কৰিলে, 'অভিনৱ'।

ৰাস্তাত ভৰি ৰাখি সেয়ে ভৈৰৱপ্রসাদে ক'লে, 'হেৰা, নিত্যানন্দ, মোৰ কিন্তু ডেউকা নাই, উৰি যাব নোৱাৰিম। এতেকে তুমি চবুৰ কৰিহে খোজ পেলাবা।'

ব্রহ্মচাৰীয়ে আকৌ হাঁহিলে। একুকি শুভ্ৰ সুমন যেন সিঁচৰতি হৈ পৰিল মনৰ উখৰ আঙিনাত।

ব্ৰহ্মচাৰী মিতবাক, শব্দ-ব্যৱহাৰত সংযমী। কিন্তু ভৈৰৱপ্রসাদৰ লগত তেওঁ সকলো সময়তে হিছাপ কৰি কথা নাপাতে। ব্যক্তিগত সুখ-দুখ-আবেগ-অনুভূতিৰ কথাইও প্রাধান্য লাভ কৰে।

বৰ শিয়ালমাৰী পোৱাৰ পিছত পথৰ কাষত থকা সনাতন আশ্রমৰ বটবৃক্ষৰ ছায়াত অলপ জিৰণি লোৱাৰ ইচ্ছা ব্যক্ত কৰিলে ভৈৰৱপ্রসাদে, 'নিত্যানন্দ,

তোমাৰতো ভাগৰ-চাগৰ বোলা কোনো কথা নাই। মোৰ কিন্তু আছে। অলপ জিৰাও দিয়া, দুই-এটা দৰ্কাৰী কথাও পাতো। আগৰ দৰে গাত বলো নোপোৱা হৈছো।' তেওঁ কান্ধৰ গামোচাখন বটগছৰ বিশাল উদ্ভিন্ন শিপা এডালত পাৰি বহিল। ব্ৰহ্মচাৰী দণ্ডায়মান। তেওঁৰ মুখমণ্ডলত উদিত সূৰ্যৰ কান্তি। চকু দুটা প্ৰদীপ শিখাৰ দৰে জ্বলিছে। শিখা সমাহিত। নিত্যানন্দলৈ চাই থাকিলে ভৈৰৱপ্ৰসাদৰ দুখ-ভাগৰ পলাই যায়। ভৈৰৱপ্ৰসাদে কিন্তু কোনোদিনে নাজানিলে বা জনাৰ চেষ্টাও নকৰিলে কোন এই ব্ৰহ্মচাৰী, ক'ত তেওঁৰ ঘৰ, কোন কোন প্ৰাণৰ আপোন আছে তেওঁৰ, কিয় এই ব্ৰহ্মচৰ্য, কিহৰ কাৰণে কষ্টসাধ্য ইমান সাধন-শোধন? তেওঁৰ আকাশসদৃশ উচ্চতাৰ তুলনাত নিজকে বাওনা বুলি ভাবে ভৈৰৱপ্ৰসাদে। একমাত্ৰ মনৰ তুলনা কৰি তেওঁ এক ধৰণৰ নিবৃত্তি লাভ কৰে। মনো বৈ ব্ৰহ্মোতি অমনসো হি কিম্ স্যাৎ? আত্মাৰ পৰাই সকলো চেতনাৰ জন্ম আৰু শুভ-চেতনা উন্মীলনত তেওঁৰ চেতন জগতত হীনতাৰ উদ্ভৱ নঘটে। যত্তে যমং বৈবস্বতং মনোজগাম দূৰকম। তত্ব বা বৰ্তয়ামসী-হ ক্ষয়ায় জীবসে। জীৱনত তেওঁ এটা বৃত্তি লৈছে কেৱল নিৰ্বাহৰ বাবে— শুদ্ধতা আৰু শুভময়তা পৰিত্যাগ কৰা নাই। ই হয়তো মাৰ্গ-সিদ্ধি নহয়, কিন্তু শুভ মাৰ্গ-উন্মুখ প্ৰবিষ্টতা।

ভৈৰৱপ্ৰসাদে দণ্ডায়মান নিত্যানন্দক সুধিলে, 'তোমাৰ পৰা অলপ পৰামৰ্শ বিচাৰিলে বেয়া পাবানেকি নিত্য?'

নিত্যানন্দ যেন সংকুচিতহে হ'ল— এনে এক ব্যঞ্জনা তেওঁৰ কথাত প্ৰকাশ পালে, 'মইনো আপোনাক পৰামৰ্শ দিব পৰা হৈছোনে দাদা? আপুনি নিজেই অতীৱ জ্ঞানী আৰু প্ৰখৰ বোধ-বুদ্ধিসম্পন্ন। অভিজ্ঞতাৰ দিশৰ পৰাও আপুনি এজন চাৰ্বাক।'

'হঁহুৱালা তুমি।' ভৈৰৱপ্ৰসাদে স্নিগ্ধ হাঁহি মাৰি ক'লে, 'ক'ত তুমি আৰু ক'ত মই! আটাইতকৈ ডাঙৰ কথা হ'ল— তুমি সংসাৰী নহ'লা আৰু একমাত্ৰ পত্নীৰ মনোবাঞ্ছা পূৰ্ণ কৰিবলৈ গৈ সংসাৰ বঢ়াবলৈ বাধ্য হ'লো মই। পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্যা বোলা কথাষাৰত মোৰ সমূলি আস্থা নাই। আনকি মই পৰজন্ম, আত্মাৰ অমৰত্ব, আত্মাৰ পৰম মুক্তি আদি তথাকথিত ধাৰণাবোৰতো বিশ্বাস নকৰো। তন্ত্ৰ-মন্ত্ৰৰ এই বহু বালিসুলভ কাৰবাৰবোৰ কিয় কৰি আছো জানা? পৰিয়াল পুহিবলৈ। আচলতে বৃত্তি সলাবলৈ মোৰ সমুখত বহু বছৰৰ পৰাই কোনো পথ খোলা হৈ থকা নাছিল। মহেন্দ্ৰৰ দৰে টোলৰ অধ্যাপক হোৱাতো মোৰ অৰুচি আছিল। মই কিছু উচ্চস্তৰৰ জ্ঞান-সাধনাৰ প্ৰতি অনুৰক্ত আছিলো। প্ৰতিভা আৰু একান্ত হাৰ্দিক সাধনাৰ অভাৱত তাতো ব্যৰ্থতাকেই পালো। এইটোৱেই বোধহয় ভাগ্যলিপি, ললাটৰ লিখন। মই যিবোৰ আসুৰিক কাম কৰি সামান্য ধন ঘটো, সেইবোৰো তৰল ভণ্ডামি বাদে আন

একো নহয়। সংসাৰৰ হেঁচা গন্ধমাদন পাহাৰৰ ভৰৰ দৰেই লাগিছে। কিছুদিনৰ পৰা এনে এটা ধাৰণা হৈছে— বোজা ববলৈ মই অসমৰ্থ, শৰীৰেও নাটানে, মনো তুহিন-শীতল। বেছিদিন নাবাচিবও পাৰো। কিন্তু চন্দ্ৰনাথক এটা পথ দিব লাগে। মোৰ কন্যা প্ৰোজ্জ্বয়িনীৰ পঢ়া-শুনাত মন আৰু বুদ্ধি দুয়োটাই আছে। তাই অসীম পৰিশ্ৰমো কৰিব পাৰে। কিন্তু চন্দ্ৰনাথৰ ধৈৰ্য্য বৰ কম। পঢ়া-শুনাত খুব এটা বেয়াও নহয়। কিন্তু সি এতিয়াৰ পৰাই দাদাৰ প্ৰতি অতি বিদ্বেষী হৈ পৰিছে। দাদা-বৌ-ল'ৰা-ছোৱালী কাকো সি গ্ৰহণ কৰিব নোৱাৰে। তাক বুজাও যে এনে বিৰূপতা এক অপৰাধ। সি কি উত্তৰ দিয়ে জানা— তোমাক বঞ্চিত কৰি সিহঁতে কি অপৰাধ কৰা নাই? নানান কথা। সি হেনো তান্ত্ৰিক হ'ব, কালী-সাধনা কৰিব। চোৱা নিত্যানন্দ, দেশে-দেশে মানুহে অগ্ৰগতি লাভ কৰিব ধৰিছে বিজ্ঞানৰ বলত। আমাৰ চন্দ্ৰ যদি বাচি-বৰ্তি থাকে, তেনেহ'লে সি যেতিয়া যুবক হ'ব তেতিয়া আৰু তাৰ দৰে মানুহৰ জীৱিকাৰ আলম হিচাপে ল'বলৈ জৰা-ফুকা, তন্ত্ৰ-মন্ত্ৰ, দেৱ-দেৱী আদিৰ সাধনাৰ কোনো প্ৰয়োজন নাথাকিব, তুমি কি কোৱা?'

বহু কথা একে লেথাৰিয়ে কোৱা কাৰণে আৰু কিছু পৰিমাণে আবেগগ্ৰস্তও হৈ পৰাত ভৈৰৱপ্ৰসাদ ক্লান্ত আৰু আনমনা হৈ পৰিল। আত্মসমীক্ষণৰ প্ৰস্তুতি আৰু কাৰ্যকৰণ দ্বিধা-দ্বন্দ্বৰে যিমান ভৰপূৰ, উদ্বেগযুক্ত আত্মহননৰ প্ৰবৃত্তিৰ প্ৰসাৰ ঘটাটোও বিশ্বসনীয়ভাৱে তিমানেই স্বাভাৱিক। ব্যৰ্থতাৰ পৰ্যাবৃত্তত শৃংখলিত জীৱনত অনিশ্চিতি আৰু সন্দেহো দুস্ত্যজ। ভৈৰৱপ্ৰসাদে সুচাৰু সমাধানৰ ইংগিতময় প্ৰত্যাশালে এইবাৰ চালে ব্ৰহ্মচাৰীলৈ।

নিত্যানন্দ মৌন। তেওঁৰ চকুৰ পাপৰি সামান্য কঁপিছে। ভৰপূৰ মুখমণ্ডলত ৰৌদ্ৰছায়াৰ দৰে হঠাৎ বিস্ফোৰিত এক আৱেশ। ভৈৰৱপ্ৰসাদে উপলব্ধি কৰিলে যে অনুজৰ মনৰ অভ্যন্তৰত হয়তো বিচিত্ৰ ভাৱৰ উন্মেষ ঘটিছে।

ব্ৰহ্মচাৰীয়ে আন্তৰিক আৱেগেৰে সুধিলে, 'দাদা, ভাগৰ কমিছে? যদি অলপ শাঁত পৰিছে, আমি যোৱা উচিত। শাওণৰ ৰ'দ লাহে লাহে বেছি চোকা হ'ব। মই সাৰংগপাণিৰ ঘৰতো বেছিপৰ থাকিব নোৱাৰিম। হাৰিভাঙ্গা গাঁওত কিছু লোকে অপেক্ষা কৰি থাকিব— ব্ৰহ্মযজ্ঞৰ আয়োজন সম্পৰ্কে আলোচনা কৰিবলৈ।'

দুয়ো খোজ কঢ়াত লাগিল। আগে আগে ভৈৰৱপ্ৰসাদ। তেওঁ লাহে লাহে খোজ দিছে। ভৰি দুখনত খোজ কাঢ়িব পৰাৰ জোখাৰে শক্তি যেন ক্ৰমান্বয়ে টুটি আহিছে। বুকুত কিবা এটাই হেঁচা মৰাৰ দৰে অনুভৱ কৰিছে। গধুৰ লাগিছে বুকুখন।

আকাশত মেঘ নাই। বতাহো বলা নাই তেনেকৈ। ৰ'দৰ চোক লাহে লাহে বাঢ়িছে। ৰাস্তাৰ কাষৰীয়া দ পথাৰত ভুঁই কৰবলৈ বোৰুণী নামিছে। অ'ত ত'ত হাল

বাই আছে হালোৱাই। ভৈৰৱপ্ৰসাদে দৃশ্যবোৰ চাই গৈছে, কিন্তু একো এটাকে তেওঁ উপভোগ কৰিব পৰা নাই। মন নাই শাসনৰ ভিতৰত। নিত্যানন্দৰ পৰা একো উত্তৰ নাপাই তেওঁ হৈ পৰিছে কিছু অস্থিৰ।

শেষত ৰ'ব নোৱাৰি তেওঁ সুধিয়েই পেলালে, 'তুমি দেখোন একোকে নক'লা নিত্য? বিৰক্তি পালা নেকি?'

'দাদা, কিনো ক'ম আপোনাক?' নিত্যানন্দ সবিনয়, 'মোতকৈ সকলো কথা আপুনি বেছি ভালকৈ বুজে। কিন্তু এটা কথা কোৱা উচিত হ'ব বুলি ভাবো। এই সময়ত স্ববিৰোধ বা অনুশোচনাক অগ্ৰাধিকাৰ নিদিব। গতস্য শোচনা নাস্তি। ব্ৰাহ্মণ কুলত উপজিও আপুনি তথাকথিত মতে এজন আসুৰিক ওজা হ'ল। বহুতে আপোনাক ভৈৰৱ বেজ বুলি কয়। তাত লাজ পাবলগীয়া কিটো আছে? ই এটা বৃত্তি।'

'নাই, নাই, লাজ পাম কিয়?' কিঞ্চিৎ উত্তেজিতভাৱেই ভৈৰৱপ্ৰসাদে ক'লে, 'জানি-বুজিয়েই এই বৃত্তি লৈছো। সমাজলৈ কেৰেপ কৰা নাই, ডাঙৰ দাদাৰ ৰঙা চকুলৈ ভয় কৰা নাই। নহ'লে মইতো সুখতেই থাকিব পাৰিলোহেঁতেন। দামিনী বা অৱন্তীৰ বিয়াৰ বাবেও কোনো দুশ্চিন্তা নাথাকিলহেঁতেন। চন্দ্ৰৰ জীৱন হয়তো বেলেগ বাটেৰে আগবাঢ়িলহেঁতেন!'

'ঠিকেই কৈছে। সেই কাৰণেই আপোনাক শ্ৰদ্ধা কৰি আহিছো, কালিকাদাৰ চোতাল নগচকি ব্ৰহ্মপুৰাতে আপোনাক বিৰক্ত কৰিছিলো। মই ঠিকেই বুজি পাইছো সংসাৰ চলোৱাত আপোনাৰ কষ্টও হৈছে। মাটি-বাৰীৰ অংশ নল'লেই আপুনি। সদ্যহতে কন্যাদায়ৰ বোজাও গধুৰ হৈছে। কিন্তু হাৰিবলৈতো আপোনাৰ জন্ম হোৱা নাই। আপোনাৰ বাটেই সুকীয়া।'

'কিন্তু চন্দ্ৰই মোক কি কৈছে জানা? সি হেনো পিতৃ পৰম্পৰা ৰক্ষা কৰিব। মোৰ একো আপত্তি নাই। মাত্ৰ তাৰ মাজত প্ৰতি-হিংসাপৰায়ণতা নাথাকিলেই হয়।'

'ভৈৰৱদা?' কিবা এটা ক'ব বিচাৰিলে ব্ৰহ্মচাৰীয়ে।

'তোমাৰ এটা সন্দেহ হৈছে, বুজিছো। চন্দ্ৰ এতিয়াও পূৰঠ হোৱা নাই। সি ইংৰাজী উচ্চ শিক্ষা লোৱা উচিত। তান্ত্ৰিক অনুষ্ঠানৰ লগত লিপ্ত হোৱাৰ আগতে গোপনীয়তাৰ বিধি শিকা উচিত।'

'এৰা, গোপনীয়ং প্ৰযত্নেন পশুপামৰ সন্নিধৌ।' ব্ৰহ্মচাৰীয়ে ব্যাখ্যা দিবলৈ আগবঢ়াৰ আগতেই ভৈৰৱপ্ৰসাদ তদ্‌গতচিত্ত প্ৰকাশত প্ৰবৃত্ত হ'ল— গোপনীয়ং ত্বয়া

ভদ্রে যোনিঃ পৰণৰে যথা। মাতৃজাৰসমং দেৱি সর্বদা পৰিগোপয়েৎ। মই চন্দ্রক কিছু কথাৰ আভাস দিছো। হেৰা, বালী পালোহিয়েই। সৌৱা ৰে'ল লাইন। মোৰ কি ধাৰণা হৈছে জানা? কোনোবা দুষ্ট ব্যক্তিৰ দ্বাৰা কৃত বিদ্বেষণৰ বাবেই সাৰংগপাণিৰ কন্যাৰ বিবাহ হোৱা নাই। এটা বিহিত ব্যৱস্থা কৰিবই লাগিব। তান্ত্রিকসকলে মাৰণ ক্রিয়াত জানি-বুজি বহু অপকর্ম কৰে। হয়তো ভট্টাচার্যৰ পদুলিমুখতে কোনোবা শত্রুৱে অপকাৰী পদার্থ মাটিৰ তলত পুতি ৰাখিছে। এই কাম যিটো পক্ষই কৰিছে, সিহঁত নিশ্চয় ক্রুৰ আৰু শক্তিশালী হ'ব। কুলকার্ণৱ তন্ত্রত এনে কথা পাইছো। মোৰ দ্বাৰা সাধন হোৱা নাই— আচলতে তান্ত্রিক যন্ত্রত খৰচ পৰে বেছি। তুমিতো সর্বসাধক। যি বাণৰ বাবে এনে দুর্যোগ ঘটিব পাৰে, সেই বাণ মাৰোতাক মোহিত কৰিব নালাগিবনে?'

নিত্যানন্দ ব্রহ্মাচাৰীয়ে গৈ থাকোতেই হঠাৎ এক মুহূর্ত বৈ দুই চকু মুদিলে। ভৈৰৱপ্রসাদে এই দৃশ্য চাই থাকিল। অভিভূত হ'ল। সাধকৰ বাবে সাধনাহে মর্মস্তৰৰ পূজ্যতা, স্থান-কাল-পাত্র বিশেষ কথা নহয়। ব্রহ্মাচাৰীয়ে তেওঁৰ গলগলীয়া মাতেৰে দৃপ্ত উচ্চাৰণ কৰিলে— 'কলঙ্কঃ কস্তুৰী ৰজনিকৰ বিম্বং জলময়ং কর্পূৰৈর্মৰকত কৰণ্ডং নিবিৰিতম্। অতস্তদ ভোগেন প্রতিদিনমিদং ৰিক্তকুহৰং বিধির্ভূয়োভূয়ো নিবিড়ৰয়তি নূনং তব কৃতি। কামটো কঠিন। এটা ত্রিভুজাকৃতিৰ সোণেৰে নির্মিত যন্ত্র সাজু কৰিব লাগিব। তাত উৎকীর্ণ কৰিব লাগিব ক্ৰঁ। হ্রা, হ্রোং, হ্রোং মন্ত্র পঢ়িব লাগিব প্রতিদিনে কুৰি শতক বাৰ। পূজা কৰিব লাগিব ডেৰমাহ— একে লেথাৰিয়ে। পূজাৰ পদ্ধতিও জটিল।'

ভৈৰৱপ্রসাদ মন্ত্রমুগ্ধ হ'ল। তেওঁ আচ্ছন্ন। এনে জ্ঞানৰ অধিকাৰী নহ'লে নিত্যানন্দ ব্রহ্মাচাৰী হ'ব পৰাটো সম্ভৱপৰনে? ভৈৰৱপ্রসাদৰ অন্তৰত অৱশ্যে স্থিতি লাভ নকৰিলে কোনো হীনমন্যতাই। সন্মানার্হ ব্যক্তিক শ্রদ্ধা কৰাৰ প্রৱণতা তেওঁৰ আশৈশৱ মনোবৃত্তি। ধনগঙ্গা শাস্ত্রীক তেওঁ এই কাৰণেই সন্মান কৰে। কিন্তু শাস্ত্রীৰ কথা-বতৰাত অহমিকাৰ সংশ্লেষ আছে। নিত্যানন্দ এই দোষৰ পৰা মুক্ত।

'ভৈৰৱদা, আপুনিতো একো এটা খোৱা নাই। কিবা ফল-মূল খাব নেকি? পেটত একো এটা নপৰা অৱস্থাত অভ্যাগত হ'বলৈ যোৱাটো উচিত হ'ব জানো?' বালীৰ বিখ্যাত কালী-মন্দিৰৰ ওচৰৰ বৰ পুখুৰীপাৰত বৈ নিত্যানন্দই ভৈৰৱপ্রসাদক সুধিলে।

ভৈৰৱপ্রসাদে কুণ্ঠাৰে সুধিলে, 'এই মাজ ৰাস্তাত ফল-মূল পাবা ক'ৰপৰা? ভোক লাগিলেই যেনিবা—।'

'এই লওক, তিয়ঁহ এচকলকে খাওক।' নিত্যানন্দই মুহূৰ্ততে হাতৰ মুঠি খুলি তিয়ঁহৰ ডাঙৰ এচকল আগবঢ়াই দিলে ভৈৰৱপ্ৰসাদলৈ। তেওঁ বাকৰুদ্ধ। ক'ৰপৰা আহিল তিয়ঁহ? নিত্যাৰ পিন্ধনত কেৱল এখন গেৰুৱা ৰঙৰ আঁঠুমূৰীয়া ধুতী আৰু কান্ধত এখন একে ৰঙৰ উত্তৰীয়। জোলোঙাও লগত নাই। ই কি ভেল্কী নে যাদুবিদ্যা? সসংকোচে ভৈৰৱপ্ৰসাদে তিয়ঁহৰ টুকুৰাটো ল'লে। যেন গছৰ পৰা এই মাত্ৰ ছিঙি অনা তিঁয়হ টুকুৰা কৰি দিছে কোনোবাই। তেওঁ টুকুৰাটো মুখত ভৰালে। পমি যোৱা যেন লাগিল।

'আৰু এটুকুৰা লওক। পিয়াহো দূৰ হ'ব।' ব্ৰহ্মচাৰীয়ে ক'লে। দৃষ্টি তেওঁৰ অসীমত।

তেওঁৰ হাতৰ তলুৱাত আৰু এটুকুৰা তিয়ঁহ।

ভৈৰৱপ্ৰসাদৰ বিস্ময়ৰ পৰিধি নাই। সদাশিৱৰ উত্তৰফালৰ মুখখনৰ পৰা বিনিৰ্গত সন্মোহন-সিদ্ধ তন্ত্ৰ-ধাৰাৰ তান্ত্ৰিকতা শিকিছিল ভৈৰৱপ্ৰসাদে। কালী-সাধনাও কৰিছে। বশীকৰণৰ দেৱী বাণীৰ সাকৰ্ষণ-সান্নিধ্য পোৱা যেনো লাগিছিল তেওঁৰ। কিন্তু নিত্যানন্দৰ মাহাত্ম্যৰ তুলনাত বাকীবোৰ উন্মুক্ত কৰ্পূৰ।

তেওঁ এই মুহূৰ্তত সেতু, সূতক আৰু প্ৰাণায়ামৰ শুভফলৰ কথা ভাবিছে। এই টুকুৰা তিঁয়হ তেওঁ তুলি নলৈ ক'লে, 'নিত্যা, মোৰ ভোক পলাল। তুমিয়ে খোৱা।'

ব্ৰহ্মচাৰীয়ে হাঁহিলে। ভৈৰৱপ্ৰসাদে দেখিলে তিয়ঁহ টুকুৰা নাই। তেওঁ নিত্যানন্দৰ মুখলৈ চালে। তিয়ঁহ চোবোৱাৰ কোনো লক্ষণ নাই। বয়সত সৰু নহ'লে ভৈৰৱপ্ৰসাদে নিত্যানন্দৰ শ্ৰীচৰণত সাষ্টাংগ প্ৰণিপাতকে কৰিলেহেঁতেন।

নিত্যানন্দই মোক্ষণসূচক অভিমত দিলে, 'আপুনি যি কামলৈ আহিছে, সফলতা লাভ কৰাটো কিছু কঠিন হ'ব। হয়তো দুই-তিনিদিন লাগি যাব পাৰে। মই ভাবো— নখদৰ্পণত অনিষ্টকাৰী ধৰা নপৰিব। আৰু এটা কথা মই অনুমান কৰিছো— সাৰংগপাণিৰ ৰূপৱতী কন্যাক এগৰাকী বিপত্নীক মধ্যবয়সীয়ে বিবাহ কৰিব বিচাৰিছে। তেওঁৰ ধন আছে। তেওঁ প্ৰস্তাৱো দিছিল। সেই প্ৰস্তাৱ নাকচ হৈছে। স্বাভাৱিক। সাৰংগপাণিৰ সামাজিক মৰ্যাদা অক্ষুণ্ণ ৰখাৰ প্ৰতি সচেতনতা বেছি। অহংকাৰবোধো প্ৰবল। তেওঁক মই তেনেকৈয়ে জানো। একালত মোকো অৱজ্ঞা কৰিছিল। বহুলোকৰ উপস্থিতিত। প্ৰথম পৰিচয়তে। পিছত অৱশ্যে নিজকে শুধৰাইছিল। কি কৈছিল জানে? মোৰদৰে বামাচাৰীৰ জীৱন অৰ্থহীন, সমাজৰ কোনো কামত নাহে। ওলোটাই সুধিছিলো— তেওঁৰ জীৱনৰেই বা কি অৰ্থ আছে? কিমানেই বা সামাজিক উপকাৰ সাধন কৰিছে তেওঁ? তৰ্কযুদ্ধই হৈছিল একপ্ৰকাৰ।

সচ্ছিদানন্দ শাস্ত্ৰীৰ ঘৰত ঘটিছিল ঘটনাটো। পণ্ডিত ব্যক্তিগৰাকীয়ে মধ্যস্থতা নকৰাহেঁতেন মোক কিজানি প্ৰহাৰ কৰিবলৈকো কুণ্ঠাবোধ নকৰিলেহেঁতেন। বহুদিন আগৰ কথা। পাহৰি পেলোৱাই উচিত।'

'হেৰা নিত্যানন্দ', কুণ্ঠাবোধ লৈ কথা আলচাৰ আগতে সম্বোধনতেই তাৰ বৰ্হিপ্ৰকাশ ঘটাই ভৈৰৱপ্ৰসাদে সুধিলে, 'তুমি সাৰংগপাণিৰ কন্যাৰ ক্ষেত্ৰত তেনে ঘটাৰ দুৰ্ভাৱনা কৰিছানে বাস্তৱিকতেই তেনে ঘটা বুলি কিবা বাতৰি পাইছা? মই কিন্তু সম্পূৰ্ণ অনৱগত।'

ব্ৰহ্মাচাৰী বিন্দুমাত্ৰও কুপিত নহ'ল এনে এটা প্ৰশ্নত। তেওঁ বৰং প্ৰসন্ন দৃষ্টিৰেই চালে ভগ্ন স্বাস্থ্যৰ ব্ৰাহ্মণলৈ। অনুভৱ কৰিলে অনুকম্পা। বুজি পালে— অত্যন্ত অন্তৰ্দাহী কষ্টত দিন কটাইছে মানুহজনে, কিন্তু দৃঢ়তাত এতিয়াও তেওঁ পৰ্বতৰ সুউচ্চ মৌলিৰ দৰে। বাচি থকাৰ বাবে অবিৰত সংগ্ৰাম কৰিছে, কিন্তু পথৰ পৰা তেওঁৰ বিচ্যুতি ঘটা নাই। হয়তো নানা কাৰণত অনুসৰিত পথৰ শুদ্ধতা, ফলপ্ৰসূ লাভালাভ সম্পৰ্কে দাৰিদ্ৰ্য-নিসান্দী পৰিবেশে তেওঁক সন্দেহবাদী কৰি তুলিছে। মাৰ্গ-সিদ্ধিৰ লগত জীৱিকাৰ অহি-নকুল সম্পৰ্ক অস্বাভাৱিক নহয়। কিন্তু ভৈৰৱপ্ৰসাদে স্বেচ্ছাই এনে এটা পথকেই বাছি লৈছে যাৰ লগত ভোগবাদী নিদিধ্যাসনৰ ঠাইত চূড়ান্ত ত্যাগ আৰু অপ্ৰথাগত জীৱন-চৰ্যা জড়িত হৈ আছে। সমাজৰ শৈক্ষিক-সামাজিক অনুত্তৰণৰ মন্দকালত সংস্কাৰমুক্তি য'ত এক ভয়াবহ দুঃস্বপ্ন মাত্ৰ, তাত ভৈৰৱপ্ৰসাদৰ দৰে ব্যতিক্ৰমী মননৰ অধিকাৰী ব্যক্তিৰ হাততহে প্ৰকৃত পথ-নিৰ্দেশিকা থাকিব। অন্তৰালত এটা কাৰণ আছে। অজস্ৰ সীমাবদ্ধতা সত্বেও কেবল অৰ্থ-উপাৰ্জনৰ বাবেই তান্ত্ৰিক বৃত্তি তেওঁ বাছি লোৱা নাছিল। অসৎ উদ্দেশ্য থকা হ'লে অযথা অপবাদৰ গ্লানি বহন কৰাতকৈ তেওঁ শিপাই-ডালে-পাতে সকলোতে কুৰুকি কুৰুকি টোপোলা ভৰাবলৈ চেষ্টা কৰিলেহেঁতেন। সেইটো নকৰি কেতিয়াবা লঘোণো দিছে। তেওঁ বিষয়-বাসনাৰ নাগপাশৰ পৰা মুক্ত। আপূৰ্য্যমানমচল প্ৰতিষ্ঠং সমুদ্ৰমাপঃ প্ৰবিশন্তি যদ্‌বৎ তদ্‌বৎ কামা যং প্ৰবিশন্তি সৰ্ব্বে স শান্তিমাপ্নোতি ন কামকামী।

নিত্যানন্দই ক'লে, 'মোৰতো সঞ্জয়ৰ ক্ষেত্ৰত আৰোপিত হোৱাৰ দৰে দিব্যদৃষ্টি নাই। ছবি এখন মনলৈ আহিছে। আপুনি মিলাই চাব। আসন পাতি ধ্যান কৰিলে গম পাই যাব। এসময়ত শশী গোস্বামীয়ে এনে আসন কৰিছিল। অৱশ্যে উদ্দেশ্য আছিল ছলনা আৰু সম্মোহনী ভয় সৃষ্টি কৰি কাম চৰিতাৰ্থকৰণ। ৰিপুৰ তাড়না আৰু শোষণ আছিল তেওঁৰ চৰিত্ৰ। থমনাত মাৰ খাই পলাল। শেষত ৰায়পুৰৰ এঘৰৰ সৰ্বনাশ কৰিলে। লেপেটা কাঢ়ি বহিব পোৱাৰ পিছত দুই কন্যাৰ বিছনাতো উঠিল। শেষ কন্যা-গৰাকীলৈকো হাত মেলি সন্তান দিব বিচাৰিছিল। তাই বাচিল সাহস আৰু

মনোবলৰ জোৰত। আপুনি নির্লোভ ব্রাহ্মণ। অসফল হ'লেও গ্লানি নাই।'

বিপুল আপ্যায়নৰ প্রস্তুতি সত্ত্বেও সাৰংগপাণিৰ ঘৰত ব্রহ্মচাৰী বেছিপৰ নাথাকিল। কন্যা অনুৰূপাই তেওঁক প্রণাম কৰিলে। নিত্যানন্দই কাকো আশীর্বাদ নিদিয়ে। নৱনীতাকো নিদিলে। সাৰংগপাণিয়ে তেওঁৰ পৰা উদ্ধাৰৰ উপায় বিচৰাত ব্রহ্মচাৰীয়ে মাত্র ক'লে— 'এনে ক্ষেত্রত কল্যাণ কামনা কৰি যজ্ঞাহুতি দিয়াৰ সকাম নাই। ভৈৰৱদা আহিছে। তেখেতে চাব। ক'ৰবাত এটা অপায় ঘটিছে। আচলতে তাৰহে দূৰীকৰণ দর্কাৰ। বিষয়বোৰ বস্তুনিষ্ঠ হ'ব লাগে। সকলো ক্ষেত্রতে বিমূর্ত অনুভৱৰ গুৰুত্ব বাঢ়িলে প্রকৃত সত্য ঢাক খাই থাকে।'

ইয়াতকৈ বেছি একো নকৈ তেওঁ বিদায় ল'লে। ভৈৰৱপ্রসাদৰ লগত অৱশ্যে তেওঁৰ মহাচৈতন্য সম্পর্কে দুই-এটা কথা আলোচনা হ'ল। ভৈৰৱপ্রসাদেই তেওঁক সুধিলে, 'তুমিতো সর্বদ্রষ্টা। কন্যাকো দেখিলা। দেউতাকেও তোমাক সকলো কথা ক'লে। কি অনুভৱ তোমাৰ? কেনেকৈ আগবাঢ়িম মই? শুনিলাইতো, কন্যাৰ বিবাহ সম্পাদনৰ বাবে যিকোনো মূল্য দিবলৈ সাৰংগপাণি প্রস্তুত।'

নিত্যানন্দ ব্রহ্মাচাৰী ধ্যানস্থ হ'ল।

চকু মেলিলে।

আগ্রহ, উৎকণ্ঠা আৰু ব্যত্যয়ী ভাবনা বুকুত সামৰি ভৈৰৱপ্রসাদে অৱলোকন কৰিলে ব্রহ্মাচাৰীৰ বিমৃশকাৰী ধ্যানমগ্নতা। এটা কলিহে যেন ধীৰে ধীৰে বিজৃম্ভিত হ'ল। আকৌ নয়নযুগল বন্ধ কৰিলে তেওঁ।

ধ্যানৰ মাজতেই ক'লে, 'ভৈৰৱদা?'

'হঁ।'

'দহবাৰ ঈং বীজ উচ্চাৰণ কৰিব— তাৰ পিছত আকৌ দহবাৰ। ই হ'ল নিদ্রাভঙ্গৰ বীজ। তাৰ পিছত কুল কুণ্ডলিনী নিদ্রাভঙ্গার্থে মূলমন্ত্র জপ কৰিব। এই মহাচৈতন্য আপোনাৰ প্রাপ্ত হ'বই লাগিব। মূলমন্ত্র পঢ়িব দুই হাজাৰবাৰ। তন্ত্র শাস্ত্রই গ্রহণ কৰা বিষয়সমূহ বিমূর্তৰ পৰা বাস্তৱলৈ প্রসাৰিত। সর্গশ্চ প্রতি সর্গশ্চ মন্ত্র নির্ণয় এব চ / দেবতানাং চ সংস্থানং চৈব ভূতানাম্ যাত্রানং চৈব নির্ণয়ঃ আৰু অনেক অনেক বিষয়। যদিহে আপুনি দেখে যে কন্যাৰ চুলি, পিন্ধা কাপোৰৰ অংশ ৰক্তজবাৰে সৈতে টোপোলা বান্ধি বিদ্বেষণার্থে মাটিৰ তলত পুতি ৰখা হৈছে, তেনেহ'লে উই হাফলুত গজা অশ্বত্থ বৃক্ষৰ মূল সংগ্রহ কৰি তাৰে কন্যাৰ সোঁহাতৰ কেঞা আঙুলিৰ গুৰিৰ পাবৰ সমান অংশ এটা তৈয়াৰ কৰি ক'লা সূতাৰে তাইৰ

বাউসীত বান্ধি দিব। ওঁ বেতালাশ্চ পিশাচাশ্চ ৰাক্ষসাশ্চ সৰীসৃপাঃ/ অপ সৰ্পন্তুতে সৰ্ব্বে দস্মাচ্ছিবাজ্ঞয়া। মূল সংগ্ৰহৰ এই প্ৰাথমিক মন্ত্ৰ আপোনাৰ জ্ঞাত। কিন্তু ভৈৰৱদা—?'

ব্ৰহ্মাচাৰী মৌন হৈ গ'ল।

'কিন্তু কি?' ভৈৰৱপ্ৰসাদৰ কণ্ঠত উৎকণ্ঠা।

ব্ৰহ্মাচাৰী স্তব্ধবাক।

অক্ষিযুগল তেতিয়াও নিমীলিত।

ভৈৰৱপ্ৰসাদৰ বুকুত হাতুৰীৰ কোব পৰিছে। ঢং, ঢং, ঢং। নিত্যানন্দৰ মুখত কালছায়া। গছাত প্ৰজ্জ্বলিত প্ৰদীপৰ তলত অনিচ্ছুক অন্ধকাৰ। 'কিন্তু কি? কিয় ৰৈ গ'লা নিত্যানন্দ? তুমি মৌন কিয়?' ভৈৰৱপ্ৰসাদে দেখিলে নিত্যানন্দৰ দুচকুৰে দুধাৰি লোতক বৈ আহি মুহূৰ্ত্ততে শুকাই গ'ল।

ই কি? নিত্যানন্দৰ চকুত চকুপানী? শ্ৰেষ্ঠ, বৰেণ্য তান্ত্ৰিক নিত্যানন্দ ব্ৰহ্মাচাৰীয়ে কান্দিছে?

ভৈৰৱপ্ৰসাদ কিংকৰ্তব্যবিমূঢ়। তেওঁৰ ওঁঠ, তালু, জিভা— সকলো শুকাই গৈছে। এনে এক অপ্ৰত্যাশিত দৃশ্য তেওঁ কেতিয়াও দেখা নাছিল। কল্পনাও কৰা নাছিল।

কিয় ৰৈ গৈছে নিত্যানন্দ? তেওঁৰ কণ্ঠৰোধ হৈছে কিয়? 'তুমি কিবা এটা কোৰা নিত্যা। তান্ত্ৰিকে অসত্য, অনৃত ভাষণ নিদিয়ে। মই আটাইতকৈ অন্তৰ্দাহী সত্যকো বিষৰ দৰে গিলিবলৈ প্ৰস্তুত। তুমি ৰৈ নিদিবা। কন্যাৰ কোনো ভয়াৱহ বিপদৰ সম্ভাৱনা দেখিছা নেকি?' ভৈৰৱপ্ৰসাদ ক্ৰমে আকুল আৰু আলুলায়িত হৈ পৰিল।

তান্ত্ৰিকে ভৈৰৱপ্ৰসাদৰ ব্যামোহ দূৰ কৰি নিমীলিত নেত্ৰে ক'লে, 'কন্যাৰ মঙ্গল সাধনত আপুনি সফল হ'ব কিছু কৃচ্ছ্ৰসাধনৰ অন্তত। কিন্তু আপোনাৰ বৃত্তিৰো যৱনিকা এই সৰ্গতেই পৰিব। আপোনাৰ আয়ুসো ইয়াৰ লগে লগে চমু চাপি আহিব। আৰু অধিক পতন অপেক্ষমান। কিন্তু লোকান্তৰগমনে আপোনাক সেই অশুভ পৰিস্থিতি প্ৰত্যক্ষ কৰাৰ যন্ত্ৰণাৰ পৰা চিৰমুক্তি দিব।'

বহু কষ্ট, বহু প্ৰয়াস আৰু উত্থান-পতনৰ তামীঘৰাত তিনিদিন তিনিৰাতি যাপন কৰি সাৰংগপাণিৰ কন্যাক শত্ৰুৰ বিদ্বেষণমুক্ত কৰিলে ভৈৰৱপ্ৰসাদে আৰু সাফল্যৰ দিনটোতেই তাইৰ বিবাহৰ দিন স্থিৰ কৰিবলৈ আহিল বাঞ্ছিত বৰপক্ষ। এসময়ত

দৰাৰ বাপেকে মুখ ঘূৰাই নিছিল। তেওঁ হঠাৎ উপস্থিত দল-বল লৈ। এসপ্তাহৰ ভিতৰতেই কন্যাদান কৰিবলৈ হেঁচা দিলে সাৰংগপাণিক। ভৈৰৱপ্ৰসাদৰ আসুৰিক শক্তি প্ৰত্যক্ষ কৰি গাঁওবাসী ইতিমধ্যেই বিস্ময়ত দিশহাৰা। নিত্যানন্দ ব্ৰহ্মচাৰীৰ সুদৰ্শন বিপোষ-দৰ্শন কৰি নিজকে ধন্য কৰিবলৈ তিনি-চাৰিটা চুবাৰ মানুহে সাৰংগপাণি ভট্টাচাৰ্যৰ পদূলিৰ দুবৰিবন মহটিয়াই বগা কৰি পেলালে। ঘৰে-চোতালে মানুহ আৰু মানুহ। পিলপিলীয়া ল'ৰা-ছোৱালীক বয়সিয়াল মানুহে কুকুৰ-মেকুৰী খেদাদি টাঙোন-টোকোন লৈ মাজে মাজে খেদিব লগাতো পৰিছে। আকৌ সুৰুঙা-সন্ধি পালেই সেই একেই ভিৰ।

ভৈৰৱপ্ৰসাদৰ শক্তি আৰু শৌৰ্য-বীৰ্য দেখি সাৰংগপাণি অভিভূত। কি কৰিব, কি নকৰিব— এনে অৱস্থা। বাৰে বাৰে কেৱল প্ৰণামৰ পিছত প্ৰণাম কৰিছে। পৰিয়ালত এনে এজন নাই— যাক মাতি আনি ভৈৰৱপ্ৰসাদৰ চৰণ স্পৰ্শ কৰোৱা নাই।

সুদৃশ্য মখমল কাপোৰত বান্ধি দিছে নানা উপহাৰ আৰু অৰ্থ। ভাৰী মাতি আনি সিকিয়া-বাওকাৰ দুই মূৰত তুলি দিছে চাউল-পাত। ভৈৰৱপ্ৰসাদে এই কথাত প্ৰতিষেধী মনোভাৱ দেখুৱাইছে। তেওঁ তণ্ডুলাদি গ্ৰহণ কৰিবলৈ ইচ্ছুক নহয়। মন তেওঁৰ স্বস্তিত নাই। তেওঁ যেতিয়া জুহালৰ উধানৰ তল আৰু পদূলিৰ কাঞ্চন ফুলৰ গুৰিৰ এহাত তলৰ পৰা ৰূপৰ টেমিত অক্ষত অৱস্থাত থকা অপদ্ৰব্যৰ নখন আসন কৰাৰ পিছত উদ্ধাৰ কৰিবলৈ সমৰ্থ হৈছে, হাত জাৰি দি তুলাৰাশিৰ বালকৰ দ্বাৰা গাত খান্দি সেইবোৰ দাহ কৰিছে, তেতিয়াও তেওঁৰ মনত অদৃশ্য শায়কে আঘাত কৰিছে। নিত্যানন্দই কৈ যোৱা শেষ বাক্যটো পাকঘূৰণি খাই আছে পানীগছাৰ দৰে, 'কামবোৰ সাৱধানে কৰিব ভৈৰৱদা। সাৰংগপাণিয়ে, কি ঠিক, বহু কথা লুকুৱাবলৈ চেষ্টা কৰিছে, কৰি থাকিব। কিন্তু এই অপকৰ্ম কৰা প্ৰতিপক্ষ ইমানেই শক্তিশালী যে সিহঁত আপোনাৰ সফলতাত অতি ক্ষুব্ধ, অসুখী আৰু প্ৰতিহিংসা-পৰায়ণ হৈ পৰিব। সাৰংগপাণিক উদ্ধাৰ কৰাত বহু বেজ-বৈদ্য-জ্যোতিষী অসফল হৈছে। আপোনাৰ সাফল্যই সিহঁতক অধিক জেদী কৰিব। শত্ৰু হৈ পৰিব যেতিয়া আপুনিহে আৰু সিহঁতে আপোনাৰহে ক্ষতি কৰিবলৈ চেষ্টা কৰিব। এতেকে, সাৱধানে থাকিব। আত্মৰক্ষাৰ প্ৰয়োজন তান্ত্ৰিকৰ অন্যতম কৰ্তব্য।'

বালীৰ পৰা উভতি আহোঁতে কাহাৰপাৰাৰ গোসাঁইঘৰৰ বাঁহনিডৰাৰ ঘোপমৰা অন্ধকাৰত লাভ কৰা বৰ্ণনাতীত দুঃসহ অভিজ্ঞতাৰ কথা ভৈৰৱপ্ৰসাদে ঘৰৰ কাকোৱেই জানিব নিদিলে। জনাজনি হ'লে হয়তো সকলোৱে ভয় খাব। সিদিনা সন্ধিয়াতে তেওঁ বিছনা ল'লে। প্ৰতিকাৰ আৰু আত্মৰক্ষাৰ বাবে তান্ত্ৰিক প্ৰতিষেধকৰ

ব্যৱস্থা কৰাৰ আগতেই তেওঁ শৰশয্যাত পৰিল। দামিনীহঁতে এনেকৈ ভাবিলে যে দিন-ৰাতি অমানুষিক পৰিশ্ৰম আৰু লঘোণ উপবাসৰ ফলতেই দেউতাকৰ শৰীৰ অসুস্থ হৈছে, তেওঁ জ্বৰ-কাহ আৰু গাঁঠিৰ বিষত ভুগিছে। এতেকে কবিৰাজৰ পৰা দৰব আনিছে। তাতে ভাল নাপালে দুই-এদিনতে প্ৰোজ্জ্বয়িনীয়ে টাউনৰ পৰা ডাক্তৰ অনাৰ কথাও চিন্তা কৰিছে।

কিন্তু অতি অস্বাভাৱিকভাবে আজি মাজৰাতিৰ পৰা তেওঁৰ শৰীৰৰ অৱস্থা বেয়াৰ ফালে ঢাল খালে। বুকুত কফৰ ঘেৰ্ঘেৰণি। উশাহ লওঁতে স্পষ্টকৈ শুনা গৈছে সেই শব্দ। চকু দুটাৰপৰা স্বাভাৱিক উজ্জ্বলতা অন্তৰ্হিত। যেন মৰা মাছৰ চকুহে। এজন অতি সক্ৰিয় আৰু সংগ্ৰামী মানুহৰ শৰীৰ আৰু মনৰ এনে স্থবিৰতা আৰু জাড্যৰ দৃশ অকল্পনীয়। মানুহৰ জীৱনৰ চৰম দুৰ্ভাগ্য আৰু অনিশ্চয়তা বোধহয় এইখিনিতেই।

ভৈৰৱপ্ৰসাদে অতি কষ্ট কৰি নিত্যানন্দক মনত পেলাবলৈ চেষ্টা কৰি ব্যৰ্থতাৰ লগত যুদ্ধ কৰি আছে। তেওঁৰ সামগ্ৰিক ছবিখন বৰ অস্পষ্ট হৈ যায় বাৰে বাৰে। কিন্তু মনে-প্ৰাণে তেওঁ নিত্যানন্দকেই এই সময়ত ওচৰত বিচাৰিছে। অন্তৰ্যামী সাধকজনে যেন আসন্ন ভাগ্য-সংঘটন ভৈৰৱপ্ৰসাদক আগতেই শুনাই দিছিল। এই জগতত আনৰ কল্যাণ সাধন কৰিবলৈ গৈ নিজেও যে মৃত্যুৰূপী মুদগৰৰ কোব খাবলগীয়া হ'ব পাৰে কেনেকৈ জানিব তেওঁ? কাহাৰপাৰাৰ গোসাঁইঘৰৰ দুকাষে থকা ঘন বাঁহনিৰ ছাৰে ঢকা অমাবস্যাময় আন্ধাৰত তেওঁক বীৰা, যথ বা কুবেৰে প্ৰহাৰ কৰিছিলনে? অসম্ভৱ! উধাতু খাই প্ৰাণটাকি নদৌৰা হ'লে তেওঁৰ চিৰনিদ্ৰাৰ থলী হ'লহেঁতেন গোসাঁইঘৰৰে প্ৰাঙ্গণ। তেওঁৰ বুকু আৰু পিঠিত কোনে ভুকুৱাইছিল, কোনে লাঠিৰে কোব দিছিল? দেও-ভূতে? কত অন্ধকাৰ ৰাতি তেওঁ লংকাগাঁওৰ পৰা, হেৰামজাৰৰ পৰা আহিছে শিমলুবেষ্টিত শ্মশানভূমি পাৰ হৈ। কোনেও বাট আগচা নাই, এটা কুকুৰেও ভুকা নাই, বাঘ-ভালুক-সাপে ৰাস্তা অৱৰোধ কৰা নাই। তেওঁ নিৰ্ভয়ে পাৰ হৈছে বিপদ-সংকুল ঠাই। তেওঁ গাঁওত থাকিলে আনকি সিন্ধি খন্দা চোৰবো চিপৰাং নচলিছিল। ভয়— কিজানি ভৈৰৱ ওজাৰ মন্ত্ৰৰ প্ৰভাৱত ঘৰ-বন্দী হৈ পৰিবলগীয়া হয়। বৃহস্পতিৰ দৰে অঘাইতং চোৰেও এবাৰ তেওঁৰ ভৰিত দীঘল দি পৰি অনেক কাকুতি-মিনতিৰ অন্ততহে 'আৰু চুৰ নকৰো' বুলি তিনি সইত খাই নিস্তাৰ পাইছিল।

সেই সন্ধিয়া আতিয়া এটাত লাংখাই পৰিহে প্ৰাণটো ৰচাইছিল ভৈৰৱপ্ৰসাদে। চোৰাত গছে আতিয়াটো ঢাকি ৰখা কাৰণেহে আক্ৰমণকাৰীয়ে তেওঁক বিচাৰি নাপালে। তথাপি দিয়াচলাইৰ কাঠি জ্বলাই জ্বলাই পিট্‌পিটকৈ তিনি-চাৰিজন মানুহে

তেওঁক বিচাৰি ফুৰিছিল। মুখত অশ্ৰাব্য গালি— 'চালা কুকুৰ, বৰ ডাঙৰ বেজ ওলাইছে, সাৰংগপাণিৰ চুৰাপাত চেলেকিবলৈ গৈছিল। মৰিবলৈ আৰু ঠাই নাপালি। বেটা তোৰ ছোৱালীকেইটাৰো গৰ্ভ কৰাইহে ৰং চাম। তেতিয়াহে দেখিম তোৰ বেজালিৰ বাহাদুৰি কিমান।' ভৈৰৱপ্ৰসাদে নিৰহ-নিপানীকৈ বুজি পাইছিল যে তেওঁৰ ওপৰত অতি পৰিকল্পিতভাৱেই এই আক্ৰমণ কৰা হৈছে আৰু যিয়ে কৰিছে তেওঁ বিপত্নীক, সাৰংগ-কন্যালোভী মানুহজনৰ বাহিৰে আন কোনো নহয়। নিশ্চয় অতি শক্তিশালী, চতুৰ আৰু বুধিয়ক মানুহ। এই লাঠীয়ালসকলকো তেওঁক খতম কৰি দিবলৈ তেৱেঁই প্ৰেৰণ কৰিছে। আৰু নিঃসন্দেহে কোনো নৃশংস বেজৰ প্ৰৰোচনাতেই তেওঁ এনে কৰ্মৰ আয়োজন কৰিছে। অলপো সময়ৰ অপচয় কৰা নাই। চোতালত সিজোৱা ধান শুকোৱাৰ বাবে মেলি দিয়াৰ লগেলগেই পখ্‌লিলৈ নিয়াৰ দৰে কথা। জুহালৰ উধানৰ তলত যদি কোনোবাই অপদ্ৰব্য পোতাৰ সাহস আৰু কেৰামতালি কৰিব পাৰে, তেনেহ'লে লাঠীয়ালৰ সহায়ত ঘোপমৰা আন্ধাৰত এজন ভগ্নস্বাস্থ্যৰ ব্ৰাহ্মণক প্ৰহাৰ কৰাটো কি এনে ডাঙৰ কথা? তেনে মানুহৰ কোনো পাপবোধ বা অনুশোচনাৰ মনোভাৱ থাকিব নোৱাৰে। গা-বন্ধন নথকা হ'লে তেওঁক যি ধৰণে সোঁৱে-বাওঁৱে প্ৰহাৰ কৰা হৈছিল, তেওঁৰ দেহ ইতিমধ্যে চিতাৰ বুকুৰ এঙাৰ আৰু ছাইত পৰিণত হ'ব লাগিছিল।

বহু দিশ বিবেচনা কৰি গভীৰ মনস্তাপদায়ক হোৱা সত্ত্বেও ভৈৰৱপ্ৰসাদে তেওঁৰ জীৱনত ঘটা অপমানজনক ঘটনাটোৰ কথা আনকি পত্নীকো সদৰী নকৰিলে। কিন্তু দুৰ্ভাগ্যজনকভাৱে তেওঁৰ মনোজগতত বিক্ষিপ্ত প্ৰতিক্ৰিয়াই জঁট সৃষ্টি কৰিলে। অতীত ভাহি উঠিল, বৰ্তমান প্ৰত্যক্ষ হ'ল এক ধূসৰ আইনাত প্ৰতিফলিত অসৎ বিম্বৰ দৰে, ভৱিষ্যৎ সম্পৰ্কে ধাৰণা কৰিবলৈ লৈ তেওঁ দেখা পালে মাত্ৰ এখন পাৰাপাৰহীন সমুদ্ৰ। তাত কেৱল উত্তাল ঢৌৰ স্ফীতি। এটা সময়ত তেওঁ কথাবোৰ ভাবিবলৈকো অক্ষম হৈ পৰিল। নিত্যানন্দক স্মৰণ কৰিলে। মানুহজনে প্ৰতিকূলতা নিবাৰণ কৰিব পাৰে। বিপুল আধ্যাত্মিক শক্তি আছে তেওঁৰ। আছে তান্ত্ৰিক সিদ্ধি। তেওঁ অকাল বিয়োগৰ পৰা নিৰাময়ৰ নিদান দিব পাৰিলেহেঁতেন। তেওঁ বা এতিয়া ক'ত আছে? যিহে যাযাবৰী জীৱন! মানুহৰ দাবী-দাবাও তেওঁৰ ওপৰত অতি বেছি। বৰকৈ টনা-আঁজোৰা কৰে। আচলতে গৌৰকান্তি সুদৰ্শন সুপুৰুষজনক চাবলৈকেই মানুহৰ ভিৰ হয় বেছি। কথাত মিতবাক, ব্যৱহাৰত অমায়িক। নিজৰ কথা নকয় একেবাৰে। ব্যক্তিগত সুখ-দুখৰ কথা কাৰো আগতেই বেকত নকৰে। ব্যক্তিগত প্ৰয়োজন তেনেকৈ নাই বুলিলেই হয়। তেওঁ বা দিব্যদৃষ্টিৰে প্ৰত্যক্ষ কৰা নাইনেকি ভৈৰৱদাৰ কি হৈছে? যদি জানিছেই, এবাৰনো ওচৰলৈ অহা নাই কিয়? যদি জনা নাই, জানিবলৈ চেষ্টাই বা কৰা নাই কিয়? এইটোওতো একপ্ৰকাৰ অন্যায়। আৰু সেই

সাৰংগপাণি ভট্টাচাৰ্য, যাৰ কন্যাক তেওঁ কৃচ্ছ্রসাধন কৰি জীৱন দান দি আহিল, তেওঁৰ বাৰু বেজ এজনৰ অসুস্থতাৰ খবৰ লোৱাৰ আহৰি হ'বনে? হেৰৌ কালিকাপ্রসাদ, তই বাৰু মাটি-সম্পত্তিৰ ভাগ নিদিলি নাই, সহোদৰ হিচাপে খবৰ এটি ল'বলৈও আহিব নোৱাৰনে? ইমানেই অহংকাৰমত্ত আৰু জেদীনে তই? কিমান দিন থাকিব তোৰ এই অহংকাৰ? তোৰ আত্মজ্ঞান নাই, আত্মধ্যানো নাই। মোৰ প্রতি তোৰ অবিচাৰ অস্থিৰ চিত্তৰ মূঢ়তা; ক'ত পাবি তই শান্তি? নাস্তি বুদ্ধিৰযুক্তস্য ন চাযুক্তস্য ভাবনা / না চাভাবয়তঃ শান্তিৰশান্তস্য কুতঃ সুখম। আৰু তই মহেন্দ্র? তইনো এনে অপদাৰ্থ, ক্লীব, কেঁচুৰ নিচিনা হ'ব পাৰনে? কি অৰ্থ তোৰ অৰ্ণৱতুল্য জ্ঞানৰ? ই তেনেই মূল্যহীন, বাস্তৱ-ব্যত্যয়ী। অ' শশী, তই? কেতিয়া আহিলি? মাছ মাৰিবলৈ নগ'লি নেকি আজি? খাবি কিহেৰে? ভালেই হ'ল তই যে অন্ততঃ আহিছ। কি ক'লি? আব্দুলৰ আব্বা মতলিব কাইটিও আহিছে? মই জানো আহিবই। তেওঁলোকহে আচল মানুহ। তেওঁলোকৰহে বিবেক আৰু মনুষ্যত্ব আছে। তেওঁলোকৰ ব্যক্তিত্বহে সমাজত আদৰ্শস্থানীয় হৈ উজলি থাকিব। অ' দামিনী, ই বসন্ত হাজৈ মাষ্টৰো আহিছে নেকি? জানো সি আহিব। তাৰ এটা যুক্তিবাদী মন আছে। তোৰ প্রতি সি বাৰু কেতিয়াবা দুৰ্বলতা প্ৰকাশ কৰিছে নেকি তৰাই আকাশক ভালপোৱাৰ দৰে? মোৰ কোনো আপত্তি নাই। কিন্তু তোৰতো গতি এটা লগাই থৈ যাব নোৱাৰিলো। অৱন্তীৰো পঢ়া-শুনা নহ'ল। প্রোজ্জ্বয়িনীয়ে কিবা এটা কৰি দেখুৱাব পাৰিবনে? চন্দ্ৰই মোৰ পথ নোলোৱাটোৱেই ভাল হ'ব অ'। তইঁতৰ মাৰৰো বৰ বেছিদিন নাই যেন লাগে।'

এই ৰাতিটোৰ কথাও চন্দ্ৰনাথৰ মনত পৰিছে। পিতাকে দীৰ্ঘ সময় ধৰি অসংলগ্ন কথাবোৰ কৈ আছিল। এইবোৰ ভ্রম-বিলাপ। পিতাকক এনেকুৱা দুৰ্বল দেখা নাই ইয়াৰ আগতে। কেতিয়াবা এসাঁজ অভুক্ত থাকিবলগীয়া হ'লেও সকলোকে কাষত বহুৱাই লৈ কৈছে— চিন্তা নকৰিবি, কাইলৈ মই সকলো যোগাৰ কৰিম। এসাঁজ খাবলৈ নাপালে মানুহ নমৰে। পৃথিৱীত অন্নহীন, বস্ত্রহীন মানুহৰ সংখ্যাই বেছি। পিছদিনা দুপৰীয়ালৈকে সংস্থান কৰিব নোৱাৰিলে আকৌ হাঁহিমুখেই সকলোকে উদ্বুদ্ধ কৰিছিল— দোকান খুলিছিলো বুজিছা, গ্রাহক নাহিল, এতেকে বিক্ৰী-বাট্টা নহ'ল। মোৰ জীৱনৰ পথটোতো চিনি পোৱাই। আবেলি কিবা এটা কৰিম। আবেলি হয়তো টাউনৰ ভীমবাজ কেঞ্জাৰ গোলাত লগুণৰ আঙঠিটোকে খুলি থৈ আহিছিল।

চন্দ্ৰক কৈছিল, 'বাপ, মই আন কিবা এটাহে কৰিব লাগিব। এনেকৈ চিৰদিন নচলিব। কিন্তু কৰো কি? এতিয়াতো দাদাৰ ওচৰত আত্মসমৰ্পণ কৰি ক্ষমা বিচাৰি মাটিৰ ভাগ বিচাৰিব নোৱাৰো। কোচবিহাৰ, জলপাইগুড়িৰ ফাললৈ গৈ পৌৰোহিত্য

কৰিব পাৰি। কিন্তু সেইটো কৰিবলৈ ইচ্ছা নাই। তেনে বৃত্তিত পৌৰুষৰ প্ৰত্যাহ্বান নাই। নে কি কব বাপু?'

কি উত্তৰ দিব বাৰবছৰীয়া পুত্ৰই? কিয়েইবা তাৰ জ্ঞান, কিমানেইবা তাৰ অভিজ্ঞতা?

কন্যা মনোৰমাক তেওঁ বৰ ভাল পাইছিল। পৰিয়ালৰ আনে নাজানিলেও তেওঁ জানিছিল মনোৰমাৰ শৈশৱৰেপৰা এটা দুৰাৰোগ্য ব্যাধি আছে। ঠিক মৃগী বেমাৰৰ দৰে। প্ৰভেদ এইখিনিতে যে এনে ৰোগত আক্ৰান্ত হ'লে নাক-মুখেৰে হঠাৎ হোলোকা-হোলোকে তেজ ওলায়। বিয়া দিয়াৰ ক্ষেত্ৰত অসুবিধা হ'ব পাৰে বুলি ভয় কৰি তেওঁ সাদেৰীৰ পবিত্ৰ নামৰ ল'ৰা এজনৰ হতুৱাই মনোৰমাক নলবাৰীৰ ডাক্তৰ নলিনী ভাগৱতীৰ ওচৰলৈ নি চিকিৎসাও কৰাইছিল যাতে আৰোগ্য হ'লেই তাইৰ বিয়াখন দিব পৰা যায়। এই কাম তেওঁ অতি গোপনে কৰিছিল। পৱিত্ৰক ঔষধ-পাতি অনাৰ বাবে নলবাৰীলৈ মাজে-সময়ে পঠাইছিলো। ল'ৰাজনে তেওঁৰ ওচৰত দীক্ষা পৰ্যন্ত লৈছিল। কলিতাৰ ল'ৰাৰ ব্ৰাহ্মণৰ ওচৰত তন্ত্ৰ-সাধনাৰ দীক্ষা! অৱন্তীপুৰত কথাটোৱে অন্য এক ধৰণৰ ৰস-নিজৰা বোৱাই দিছিল। জিভাৰ জুতিৰ বাবে মানুহক এনে খোৰাকো লাগে। ইমানখিনি কৰাৰ পিছতো মনোৰমাক বচাব নোৱাৰিলে। অযথা কলংকিত হ'ল পবিত্ৰ। দুখে বেদনাই সি শেষত গুৰুকে ত্যাগ কৰিলে। তাৰ এনে কাৰ্যই মানুহৰ সন্দেহাগ্নিত ঘৃতাহুতি দিলে। জুই দেখিও ভৈৰৱপ্ৰসাদ অটল হৈ থাকিল।

আন বহুতৰ কথা সোঁৱৰা সত্ত্বেও মনোৰমাৰ নামটো এবাৰো মুখলৈ নানিলে ভৈৰৱপ্ৰসাদে। চন্দ্ৰনাথৰ এই কথাও স্পষ্ট মনত আছে। হয়তো বিয়োগান্ত এই যন্ত্ৰণা তেওঁৰ সহনসীমাৰ বাহিৰত আছিল। তাৰেই পুনঃ সোঁৱৰণ কৰি তেওঁ আত্মাক দুখ দিবলৈ বিচৰা নাছিল কিজানি। চন্দ্ৰনাথে তেনেকৈ ভাবিছিল বহু বছৰ পিছত। সকলো শেষ হৈ যোৱাৰ পিছত।

সেই কালপ্ৰভাতৰ আৰম্ভণিৰ পিছত। ঝঞ্ঝা আৰু বিদ্যুৎ, নিঃসংগতা আৰু বেদনা, বৃষ্টি আৰু বিষাদৰ এটা পুৱা জীৱনলৈ চৰম অভিসম্পাতৰূপে অহাৰ পিছত।

ভৈৰৱপ্ৰসাদে বোধহয় ঠিকেই কৰি থৈছিল যে আৰু বেছিকৈ অনাহক যন্ত্ৰণা দিয়াটো উচিত নহ'ব। ডাক্তৰ-কবিৰাজ, প্ৰিয়-পৰিজন, শুভানুধ্যায়ী-বিদ্বেষী, ঔষধ-পথ্য, সেৱা-শুশ্ৰূষা, বাদ-বিবাদ, নিত্যানন্দ-সাৰংগপাণি, পুত্ৰ-জায়া-কন্যা, নিলয় -পৃথিৱী সকলোকে অপাপবিদ্ধ হৃদয়েৰে সনিৰ্বন্ধ বিদায়-বাণী শুনাই সেই কাল-প্ৰভাতত ভৈৰৱপ্ৰসাদে নয়নযুগল নিমীলিত কৰিলে অনন্ত ভৱিষ্যতৰ বাবে উন্মীলন স্তব্ধ কৰি।

চন্দ্রনাথে এই দৃশ্যটোলৈ মনত পেললে।

চন্দ্রনাথে সমধৰ্মী সতীৰ্থ দৃশ্যাংশবোৰো সোঁৱৰণ কৰিলে।

প্ৰকাণ্ড লোহাৰ গে'টখনৰ লগত লাগি থকা উইকেট গে'টখন খুলি দিলে চিপাহীজনে। ৰেজিষ্টাৰ বহীত ৱাৰ্ডাৰজনে দেখুৱাই দিয়া ঠাইত চহী কৰিলে চন্দ্ৰনাথে। সি এবাৰ চিপাহীজনীলে মুহূৰ্তৰ বাবে নিৰ্নিমেষে চাই থাকিল। তাৰ পিছত চালে চাৰিওফালে। পোহৰলৈ ওলাই অহাৰ পিছতো সি অন্ধকাৰ দেখিছে কিয়? চকু দুটাকে সি বিশ্বাস কৰিব পৰা নাই।

লাহে লাহে সি জেলৰ বাহিৰৰ উইকেট গে'টখনেৰে ওলাই আহিল। পিছ মুখ দি চালে অধীক্ষক চোহৰাব আলীৰ অফিচ কমটোলৈ। এই মানুহজনে তাক বৰ মৰম কৰিছিল। সঁচাকৈয়ে গভীৰ স্নেহ কৰিছিল। এই আন্তৰিকতাত অলপো সুৰুঙা নাই। আজি তেওঁ নাই। মাকৰ মৃত্যুৰ বাতৰি পাই তিনিদিন আগতে সপৰিয়ালে উজনি অসমৰ নিজা গাঁওলৈ যাবলগাত পৰিল। যোৱাৰ আগতে তাক তেওঁৰ ঘৰলৈ মাতি নিছিল। তেওঁৰ পৰিবাৰে তাক গাখীৰ আৰু মালভোগ কল খাবলৈ দিছিল। তেওঁৰ চকুত চকুপানী। চোহৰাব চাহাবে কৈছিল, 'তুমি পৰহিতো যাবাগৈ। মোৰেই দুৰ্ভাগ্য যোৱাৰ সময়ত তোমাক মাত এষাৰ দিব নোৱাৰিলো। মোৰ আম্মাৰ মৃত্যুৰ বাবে তেনেকৈ শোক লগা নাই। বহুত বয়স হৈছিল। তেওঁৰ যোৱাৰ সময় কেতিয়াবাই উকলি গৈছে। মোৰ মাত্ৰ এটাই চিন্তা— অৱন্তীপুৰলৈ গৈ তুমি কি দেখিবা। সকলো খা-খবৰ তোমাক আনি দিছোৱেই। তোমাৰ বাবে তাততো কোনেও অপেক্ষা কৰি নাথাকিব। ক'লৈ যাবা তুমি?'

'অৱন্তীপুৰলৈকেই যাম।' চন্দ্ৰনাথৰ কণ্ঠত কোনো কম্পন নাই, জড়তাৰতো লেশমানো নাই।

'যোৱা, তালৈকেই যোৱা। অসুবিধা পালে মোৰ ইয়ালৈ লগে লগে ঘূৰি আহিবা। তোমাৰ বাবে মোৰ ঘৰৰ দুৱাৰ সকলো সময়তে খোলা থাকিব। অ' ৰ'বা, তোমাৰ কিতাপ-পত্ৰৰ টোপোলাটো লৈ যাবলৈ নাপাহৰিবা। আৰু যোৱাৰ সময়ত এছিষ্টেন্ট জেইলৰ মোদীৰ পৰা কিবা এটা বস্তু লৈ যাবা। তেওঁক মই কৈ থৈছো।'

'কি বস্তু?'

'নাই, তেনেকুৱা একো নহয়। কেইটামান টকা। নিবলৈ সংকোচ নকৰিবা। তোমাৰ কামত লাগিব। নহ'লে তুমি বৰ অসহায় হৈ পৰিবা। জীৱন কেনে একা-

বেঁকা পথেৰে চলে তুমিয়েইতো তাৰে সাক্ষী। কল্পনাও কৰিব পাৰিছিলানে যে কোনো অপৰাধ নকৰাকৈ তুমি জেলত ইমান বছৰ কটোৱাৰ শাস্তি পাবা?'

'পুথিখিনি পালেই হ'ল। টকা আকৌ কিয় লাগিছে?' চন্দ্ৰনাথৰ কণ্ঠত কুণ্ঠা।

'মই লাগিব বুলি কৈছো। অমান্য নকৰিবা।'

পুথিৰ টোপোলা আৰু কাগজেৰে মেৰিওৱা টকাখিনি বুকুত বান্ধি লাহে লাহে ওলাই আহিছে চন্দ্ৰনাথ। জেলৰ সন্মুখতে গভীৰ পুখুৰী এটা। তাত ভেঁট ফুলৰ পাহিবোৰ সূৰ্যৰ পোহৰ পৰাৰ লগে লগে জাপ খাবলৈ ধৰিছে। পদুমফুল ফুলিবলৈ ধৰিছে। ভেঁট আৰু পদুম দুয়োবিধৰ ফুলে পুখুৰীটোক বিচিত্ৰ শোভা দান কৰিছে। চন্দ্ৰনাথে মাঘৰ কবিতা অন্তৰতে পাঠ কৰিলে— কুমুদবনমপশ্ৰী শ্ৰীমৎ অম্ভোজষণ্ডম্—। কেইটামান ৰাজহাঁহ চৰিছে গভীৰ নীলা পানীৰ পুখুৰীটোত।

জেলৰ মূল প্ৰৱেশ-পথৰ সমুখত হাবিলদাৰ এজনৰ নিৰীক্ষণৰ সীমাৰ ভিতৰত থাকি কেইজনমান কয়েদীয়ে ফুলনি আৰু শাক-পাচলি লগোৱা বাগিচাত জেওৰা দি আছিল। কালি এওঁলোকৰ বেছি ভাগৰে সৈতে চন্দ্ৰনাথে কথা পাতিছে। কয়েদীৰ চকুতো অশ্ৰু আছে। চন্দ্ৰনাথৰ দুচকুৰ পৰাও চকুলো ওলাইছিল। সি আছিল আবেগ আৰু উৎকণ্ঠাৰ জাৰক ৰসেৰে উত্তপ্ত। সি প্ৰতিজন পুৰণি বন্দী বাসিন্দাকে চিনি পায়। এই জীৱনৰ চৌহদত সি বহুকেইটা বছৰ কটাই দিলে। আস্ফালনত কিজানি দেৱালবোৰো কঁপি থাকিছিল।

গফুৰ, শ্ৰীকান্ত, ধনবৰ হুজুৰী, কালিয়া প্ৰধান, অমূল্য কলিতা নামৰ কয়েদীকেইজন তাৰ ওচৰ চাপি আহিল। এখোজ-দুখোজকৈ হাবিলদাৰ ৰাতুল চন্দও তাৰ কাষ পালে। চন্দ্ৰনাথে সকলোৰে চকুলৈ এফালৰ পৰা চাই গ'ল। চালে তেওঁলোকেও। চন্দ্ৰনাথৰ ওঁঠ দুখন ৰিব্ ৰিব্ মলয়াত কুঁহিপাত কঁপাদি কঁপি উঠিল। সি এটা কথাও নোকোৱাকৈ জেওৰাৰ কাষেৰে জেলৰ অধীক্ষক চোহৰাব আলীৰ কোৱাৰ্টাৰলৈ খোজ দিলে। চাহাব নাই, পৰিয়ালৰ কোনো নাই। তথাপি কোৱাৰ্টাৰটোকে সি হেঁপাহ পলুৱাই চাই যাবলৈ উতলা হ'ল। কাম কৰা ল'ৰা মকবুল বৈ আছিল লাউ আৰু জিকৰ হেদালিখনৰ তলত। লাউৰ পুলিটো চন্দ্ৰনাথেই ৰুই দিছিল চখতে। এতিয়া ফুলে-ফলে সেউজীয়া পাতৰ আঁৰোৱান তৰি গছজোপাই সমস্ত হেদালিখনকে ঢাকি ধৰিছে। বৰ মোহ লাগিল চন্দ্ৰনাথৰ। জীৱনটোতো সেউজীয়া হোৱাই উচিত, অথচ সি হৈ পৰে এখন উখৰা ধূ-ধূ ধূসৰ মৰুভূমি।

মকবুলৰ কাষত আছিল চাহাবৰ পোহনীয়া ছাগলীকেইটামান আৰু মেকুৰীজনী। চন্দ্ৰনাথক দেখি সি হাঁহি মাৰি আগবাঢ়ি আহিল, তাক প্ৰায় সাবটি ধৰাৰ দৰেই

ক'লে, 'আহা ককাইদেউ, আহা। আজিহে মোৰ খুব ভাল লাগিছে, খুব আনন্দ কৰিবলৈ মন গৈছে। তুমি মুক্তি পোৱা দিনটোৰ কথা চাহাবে প্ৰায়ে ঘৰত কৈ থাকিছিল। আমাৰে দুৰ্ভাগ্য— আজি চাহাব, মেমচাহাব, মনোৱাৰা আইটি কোনো নাই। সকলো আল্লা, ভগবানৰ ইচ্ছা। তেখেতসকলে আজি তোমাক এনে অৱস্থাত পাই কিমান যে স্ফূৰ্তি কৰিলেহেঁতেন। বাৰু, বাদ দিয়া, মইতো আছো। আজি মোৰ লগতে থাকিব। কালিলৈ কিন্তু নাপিত মতাই তোমাৰ দাড়িখিনি কটাই দিম দেই। দাড়িখিনি থাকিলে তোমাক গৰীয়া যেন লাগি থাকিব।' কৈয়েই মকবুলে অন্তৰখোলা এনে এটা হাঁহি মাৰিলে যে তাৰ সৰোদ-ৰণিত নিস্বনৰ টৌবোৰ দূৰলৈ, আৰু দূৰলৈ ভাহি ভাহি গৈ শেষত জেলৰ প্ৰাচীৰত খুন্দা খাই হেৰাই গ'ল ক'ৰবাত।

চন্দ্ৰনাথে আকাশখনলৈ চালে। হেমন্ত কালৰ বেলি প্ৰতিভাত হৈছে। নিৰ্মেঘ অন্তৰীক্ষ। মকবুলক তাৰ এই আকাশৰ দৰেই পবিত্ৰ আৰু উদাৰ যেন লাগিল। তাৰ বুকুৰ ভিতৰতেই যেন আকাশখন, গছ-পাতৰ সেউজ আৰু অমৃতময় প্ৰেমৰ অবিনশ্বৰতা। তাৰ মাজেদি ওলাই আহিছে এজন অমৃতৰ সন্তান।

'কি চাই আছা, আহা, বহিবা ব'লা।' মকবুলে তাৰ হাতত ধৰিলে, আকৌ সুধিলে মৰমেৰে, 'তুমি কিবা ভাবি আছা নেকি? ভবাটোৱেই স্বাভাবিক। তোমাৰ ঠাইত মই হ'লেও নিশ্চয় কিবাকিবি ভাবিলোহেঁতেন। তোমাৰ কথাবোৰতো মই জানোৱেই। তোমাৰ কিমান যে বিপদ গ'ল মূৰৰ ওপৰেৰে ধুমুহাৰ দৰে। ঈশ্বৰেই তোমাৰ একমাত্ৰ ভৰসা। এনে বিপদৰ সময়ত ময়ো আল্লাহক প্ৰাৰ্থনা কৰিলোহেঁতেন— মই তোমাৰ আশ্ৰয় বিচাৰিছো। মই জনা আৰু নজনা গুণাহৰ পৰা তোমাৰ ওচৰত ক্ষমা বিচাৰিছো আৰু সকলোপ্ৰকাৰৰ কুফৰি, শিৰক আৰু অন্যায়ৰ লগত সম্পৰ্ক ছেদ কৰিছো— আল্লাহুম্মা ইন্নী আউযু বিকা মিন আন্ উশ্বৰিকা বিকা শ্বাইয়াও বা আন আ'লামুবিহী ওৱা... বাৰু বাদ দিয়া, তুমি বহাহি, মই গাখীৰ আৰু কল লৈ আহো। মালভোগ কল দুথোক পকিছেই। মনোৱাৰা অহালৈ নাথাকিবই। তুমি চিন্তা কৰিব নালাগে। বামুণ মানুহৰ জাত নামাৰো দিয়া। তোমাক ৰন্ধা-বঢ়াৰ বেলেগে ব্যৱস্থা কৰি দিম।'

চন্দ্ৰনাথ মকবুলৰ পিছে পিছে গ'ল। চাওঁতে চাওঁতে সি ডেকা হৈ গ'ল এইখন ঘৰতে। ধাৰ্মিক হ'বলৈ শিকিছে, কিন্তু সংকীৰ্ণতা নাই। চন্দ্ৰনাথৰ দুচকু তিতি আহিল। কেবাজোপা শেৱালি গছ আছে চৌহদত। এতিয়াও ফুল ফুলা শেষ হোৱা নাই। সৰি পৰা শেৱালি ফুলৰ গোন্ধে চন্দ্ৰনাথৰ মন আৰু বেছি কৰুণ কৰি তুলিলে।

মকবুলে চ'ৰা-ঘৰত চন্দ্ৰনাথক চকী এখন বহাৰ বাবে আগবঢ়াই দিয়াৰ আগতে কান্ধত থকা গামোচাৰে সেইখন ভালকৈ জাৰি-জোকাৰি দিলে আৰু নবালবিকৈ

পাকঘৰৰ পিনে যাবলৈ ধৰোতেই চন্দ্ৰনাথে মাত দিলে, ‘মকবুল।’ চন্দ্ৰনাথৰ সেই মুহূৰ্তত অৱন্তীপুৰৰ কাষৰ দীঘেলীৰ আব্দুল কাইটি আৰু তেওঁৰ আব্বাজান মতলিব ককাকলৈ মনত পৰিছে। মতলিব ককাক যে কমিউনিষ্ট আছিল, দিনত এবাৰহে গোটেই পৰিয়ালটোৱে অন্ন গ্ৰহণ কৰিছিল, মাছ-কণী-মাংস নাখাইছিল কোনেও— বহুদিন পিছতহে জানিছিল চন্দ্ৰনাথে।

মকবুল উভতি আহিল। সুধিলে, ‘কিবা ক’বা?’ আইনা এখনতহে সি যেন চন্দ্ৰনাথক চোৱাৰ প্ৰয়াস কৰিছে।

চন্দ্ৰনাথে ক’লে, ‘তুমি ব্যস্ত হৈ নপৰিবা মকবুল। ছাৰ আৰু বাইদেউ, বিশেষকৈ মনোৰমা নথকা কাৰণে মোৰ ভাল লগা নাই। আজি মই অৱন্তীপুৰলৈকে যাম দিয়া। পিছত আকৌতো আহিমেই, আহিবই লাগিব। তোমালোকৰ দৰে মহৎ হৃদয়ৰ মানুহৰ ওচৰত গোটেই জীৱন কৃতজ্ঞতা প্ৰকাশ কৰি থকাৰ বাবেও মই আহি থাকিব লাগিব। কিন্তু বহু কাম পৰি আছে নহয়। ঘৰততো ভঙা বেৰ এখনো নাপাম চাগৈ। কিন্তু প্ৰোজ্জ্বয়িনীক মই বিচাৰিব লাগিব। বসন্তই যদি অৱন্তী বাইদেউক বিয়া কৰাইছে, তাৰো খবৰ ল’ব লাগিব। ডাঙৰ-মাজু বাইদেউক হয়তো আৰু কোনোদিনেই বিচাৰি নাপাম।’

‘তেনেহ’লে?’ মকবুলে গামোচাৰে তাৰ চকুৰ চকুপানী মচিলে।

‘কাম এটা আছে মকবুল। ডাঙৰ কাম। যুদ্ধৰ দৰে কাম।’

‘তুমি আকৌ যুদ্ধ-তুদ্ধ কৰিবলৈ যাবা নেকি?’

‘ধৰা, তেনেকুৱাই।’

‘আকৌ মাটিৰ ভাগ ল’বলৈ যাবা?’

‘নাই, নাই। তেনে তুচ্ছ কামত মোৰ আসক্তি নাই।’

‘কি কৰিবা? জেঠাৰাৰ ল’ৰা দুজনৰ লগত কাজিয়া কৰিবা?’

‘নাই, নকৰো।’ চন্দ্ৰনাথৰ কণ্ঠ প্ৰশান্ত আৰু উচ্চাৰণ অকৈতৱ।

‘মই একো বুজি পোৱা নাই, চন্দ্ৰ কাইটি। আমাৰ ছাৰে বহুদিন তোমাৰ দেউতাৰাৰ সাহস আৰু কষ্টৰ কথা কৈছিল। বামুণ হৈও তেওঁ কেনে এজন বেলেগ ধৰণৰ মানুহ আছিল তাৰো বহু কথা বৰ্ণাইছিল। আনকি মৃত্যুৰ কথাও কৈছিল। চাহাবে এখন ডাঙৰ বহীত তোমালোকৰ দৰে মানুহৰ কথাবোৰ বহু ৰাতিলৈকে লিখি থকা দেখা পাইছো। সেই সময়ত মই সদায় তেওঁৰ ওচৰত থাকো। তামোল-চানিৰ

যোগান ধৰি থাকো। চাহাবৰ তামোলৰ নিচা কেনে বেছি তুমিতো অত বছৰে দেখিয়েই আহিছা কাইটি।'

'এৰা। তেখেত বেলেগ ধৰণৰ মানুহ। মহামানৱৰ নিচিনা। শশী খুৰা, মতলিব ককা, বসন্ত দাদাইঁতো বেলেগ ধৰণৰ মানুহ আছিল। কিন্তু বলমা থানাৰ দাৰোগাজন আছিল কচাইতকৈও অধম। নৰাধম। পশু। তাৰ মুখত এবাৰ থুৱামেই। তাৰ আগতে সৰু বাইদেউক মই বিচাৰি উলিয়াব লাগিব। আৰু—?'

'কোৱা, ৰৈ গ'লা যে? ক'ব নোৱৰা কথা নেকি?'

'পাৰি। মোৰ পিতাক পুনঃ প্ৰতিষ্ঠা কৰিব লাগিব। মই এজন তান্ত্ৰিক হ'ম,' আত্মস্থ আৰু নিজ চেতনাৰ জগতত লাহে লাহে প্ৰৱেশ কৰাৰ প্ৰস্তুতিৰে চন্দ্ৰনাথে ক'লে, 'বহুদিনৰ মূৰত মই জেলৰ পৰা ওলালো। তাত মোৰ দেহটোৱেই বন্দী নাছিল, বন্দী আছিল মন আৰু আত্মাও। আকাশ, জোন, তৰা, মেঘ সকলোবোৰ যেন ঘূৰণীয়া ওখ দেৱালৰ মাজত বন্দী হৈ থাকিছিল। মোৰ ওপৰত পুলিচ, গাঁওৰ মানুহ আৰু আইনৰ বিচাৰে যি অন্যায় কৰিলে, হে ভগৱান, কাৰো ক্ষেত্ৰত যেন সেইটো নঘটে। ছাৰে মোক বোধহয় আটাইতকৈ বেছি ভালকৈ বুজি পাইছিল। মোৰ লগত কতদিন কিমান যে কথা পাতিছে। তোমাৰ লগতো কম কথা কৈছোনে? তোমালোকৰ বাবে কয়েদী হৈও আন বহু কয়েদীৰ দৰে বন্দীদশা মোৰ নহ'ল। ছাৰে সহায় নকৰা হ'লে আৰু হয়তো কেইটামান বছৰ পচি থাকিব লাগিলহেঁতেন। মোৰ প্ৰতি ছাৰৰ স্নেহ আৰু উদাৰতা ঈশ্বৰ-আল্লাহৰে আশীৰ্বাদ।'

'সেয়াতো হয়েই। চাহাব এজন ফৰিস্তা।'

'হয়তো তাতোকৈ বেছি।'

মকবুলে কাঁহী এখনত একাঁঘি মালভোগ কল আৰু ডাঙৰ কাঁহৰ গিলাছ এটাত এগিলাছ গাখীৰ আনি চন্দ্ৰনাথৰ হাতত তুলি দি ক'লে, 'খোৱা কাইটি। বাটত ভোক লাগিব। তুমি যাব খুজিছা যেতিয়া মই আৰু বাধা নিদিও। কিন্তু বাট বহুদূৰ।'

'তথাপি যাবই লাগিব।'

মকবুলে সুধিলে, 'তুমি যে তান্ত্ৰিক হ'বা বুলিছা, সেইটো বাৰু আমাৰ ধৰ্মৰ পীৰসকলৰ দৰে কথা নেকি?'

'মই পিতাৰ দৰে পেটত গাঁঠি দি লঘোণ পাহৰিবলৈ চেষ্টা কৰা তান্ত্ৰিক হ'বলৈ বিচৰা নাই, মকবুল। মই মোক জানিব বিচাৰো, মোৰ মাজৰ মোক, ভিক্ষাৰ জোলোঙা লোৱা তান্ত্ৰিকক নহয়। তাৰেই সাধনভূমি হ'ব অৱন্তীপুৰ। তুমি মোৰ

পিতাৰ দুখ বুজি নাপাবা মকবুল, বাৰ বছৰ বয়সত ময়ো পোৱা নাছিলো। এতিয়া পাও। তেওঁ উচ্চ জ্ঞানৰ বাহক হ'বলৈ বিচাৰিছিল তাৰ প্ৰকৃত মৰ্ম আয়ত্ত কৰি। তন্ত্ৰ-সাধনাৰে নিজকে প্ৰাজ্ঞ কৰিবলৈ বিচাৰিছিল; কিন্তু পেটৰ দায়ে তেওঁক অতি বেছি সীমাবদ্ধ কৰি ৰাখিলে। এই ব্যৰ্থতা বুকুত বান্ধি তেওঁ চিৰবিদায় ল'লে। আনৰ কল্যাণ কৰিবলৈ গৈ তেওঁ বলিশালত নিজৰ ডিঙিটোকে পাতি দিলে। অতি হিংস্ৰভাৱে তেওঁক হত্যা কৰা হ'ল। শাৰীৰিকভাৱে মৰাৰ আগতে তেওঁৰ মনৰ মৃত্যু হৈছিল। তেওঁ অসহ্য মানসিক যন্ত্ৰণাত অস্থিৰ হৈ পৰিছিল। মই এটা সমাধান কৰিব লাগিব। আৰু দুগৰাকী মানুহক মই বিচাৰি উলিয়াব লাগিব। এজনে মোক পথ দেখুৱাব পাৰিব, আনজনক ডিঙিত চেপিব লাগিব।'

'কাইটি, তোমাৰ দৰে মানুহে ভয়াবহ কথা কৈছা। মোৰ ভয় লাগিছে।'

মকবুলৰ মুখমণ্ডলত ক্ষণিক ৰৌদ্ৰছায়া। চিন্তাৰ ৰেখা। চন্দ্ৰনাথক কোনোদিনে হত্যাকাৰী কয়েদী বুলি ভবা নাই মকবুলে। তাৰ চাহাবে চন্দ্ৰনাথৰ কাহিনীটো কৈছিল। ষড়যন্ত্ৰ, ক্ষমতা আৰু অৰ্থৰ জোৰত চন্দ্ৰনাথক বৰদেউতাক কালিকাপ্ৰসাদৰ হত্যাকাৰী সাব্যস্ত কৰি জেললৈ পঠোৱা হৈছিল। এনে কৰুণ কাহিনী ভয়াবহ ঘটনাৰে ভৰা। মকবুলে সকলো কথা জানে। কেতিয়াবা চন্দ্ৰনাথেও টুকুৰা-টুকুৰকৈ এই কথাবোৰ তাক কৈছিল। তাৰ চাহাবে, কি কাৰণত মকবুলে নাজানে, ৰাতিটোহে চন্দ্ৰনাথক জেলত ৰাখিছিল; বাকী সময়খিনিত চন্দ্ৰনাথ আছিল তেওঁৰ লগতে।

মকবুলে চন্দ্ৰনাথক জোৰ কৰিয়েই দুটা কল আৰু গাখীৰ গিলাছ খুৱালে। তাৰ মাজতে সি সুধিলে, 'দুজন মানুহক যে বিচাৰিবা, তাৰে এজন ব্ৰহ্মচাৰী নহয় জানো? আনজনহে কোন ধৰিব পৰা নাই।'

'সেই মানুহজনৰ বাবেই পিতাৰ মৃত্যু হৈছিল। তোমাক এদিন কৈছিলো, হয়তো পাহৰিছা।' চন্দ্ৰনাথ ৰাওনাৰ বাবে থিয় হ'ল।

মকবুলে ক'লে, 'মনত পৰিছে। সেই মানুহজনে সাৰংগপাণিৰ জীয়েকক চাদি কৰিব বিচাৰিছিল। কিন্তু কাইটি, তুমি ইমান দৌৰাদৌৰি লগাইছা কিয়? ভাত নোখোৱা বাৰু নাই। ৰে'লতো দুপৰীয়া। তোমাকতো মই ৰে'লত উঠাই থৈহে আহিম। তোমাক পানী-দুনী দিওঁ। গাটো তিয়াই লোৱা। ভাল লাগিব। এইকেইদিন চিন্তা কৰি কৰি চেহেৰাটোকে বেয়া কৰি পেলাইছা। মুখখন শুকাই গৈছে।'

চন্দ্ৰনাথ কুণ্ঠিত হ'ল। ক'লে, 'মোৰ বাবে, এজন জেলৰ কয়েদীৰ বাবে তোমালোকে আৰু কিমান কৰি থাকিবা?'

মকবুলে ওঁঠত নিৰ্মল হাঁহিৰ আভা বিৰিঙাই ক'লে, 'আমাৰ চাহাবে কি কৈছিল জানা?'

'কি?' চন্দ্রনাথ শুনিবলৈ উৎসুক।

'তুমি ইচ্ছা কৰা হ'লে তেখেতে তোমাক চিৰকাল তেখেতৰ লগতে ৰাখিলেহেঁতেন।'

'হয় নেকি?' চন্দ্রনাথৰ কণ্ঠত পুলকপ্রভা।

'এৰা, তেখেতে তোমাক ইমানেই ভাল পায়। এনে মানুহ হাজাৰতো এজন নোলাব?'

আবেগত উথলি উঠিল চন্দ্রনাথ, 'মোতকৈ সেই কথা কোনেও বেছি ভালকৈ নাজানে। এই জেলৰ সকলো কয়েদী, বাবু-বিষয়াৰ মানত দেৱতা এজনেই—চোহৰাব আলী।'

মকবুলৰ গোটেই সত্তা যেন আবেগৰ বন্যাত থৌকি-বাথৌ। বিশেষকৈ চন্দ্রনাথৰ এই কথা শুনাৰ পিছত। সি লৰালৰিকৈ গোছলখানালৈ আগবাঢ়িল চন্দ্রনাথৰ বাবে স্নানৰ ব্যৱস্থা কৰিবলৈ।

# # #

সময়তকৈ বহু পলমকৈ ষ্টেচনলৈ যাত্রীবাহী ৰে'লখন আহিল। বহু সময় চন্দ্রনাথ আৰু মকবুল ষ্টেচনৰ প্লেটফৰ্মৰ বাহিৰৰ কাঠৰ বেঞ্চত বহি থাকিল। ওপৰত এডাল হালধীয়া ফুলৰ কৰবী গছ। ফুলৰ সৌৰভে দুয়োৰে মন আনন্দিত আৰু আবেগপ্রৱণ কৰি তুলিছিল। প্রত্যেকেই কোনো কোনো মুহূর্তত অনুভৱ কৰিছিল হঠাৎ বুকু উজাৰি দিয়া বিষাদ। এই আৰ্তি অন্তৰংগ বিচ্ছেদৰ। হয়তো আৰু বহুদিন পৰস্পৰৰ দেখা-সাক্ষাৎ নহ'ব। এই বিদায়েই যেন এক সুদীর্ঘ অধ্যায়ৰো পৰিসমাপ্তি। ইয়াৰ পিছত চন্দ্রনাথৰ জীৱনৰ পথেই হয়তো সলনি হৈ যাব। মানুহৰ ভৱিষ্যৎ ইমানেই অনিশ্চিত যে পৰিণতিৰ ৰং-ৰেখা-ৰূপ সম্বন্ধে আগতীয়া কোনো ধাৰণাৰেই যথাযথ সিদ্ধি নহয়গৈ। হয়তো এনে অনিশ্চিতিৰ বাবেই আমি অজ্ঞেয় ভাগ্যক জগৰীয়া কৰো বা তাৰেই সুপ্রসন্নতাক দিও অনিন্দিত সাধুবাদ।

বহু দূৰত ধোঁৱা দেখি, উকিৰ বিলীয়মান ধ্বনি শুনি মকবুল অস্থিৰ হৈ পৰিল। আৰু সামান্য সময়ৰ পিছতেই চন্দ্রনাথক বিদায় দিব লাগিব। তাৰ চকু চলচলীয়া হ'ল। সি ক'লে, 'ৰে'ল পালেহিয়েই। শেষ মুহূর্তত কথা কোৱাৰ শক্তি মোৰ নাথাকিব। একো বেয়া-চেয়া নাপাবা কাইটি। দোষ-চোষ কৰিছো যদি নাজানি-নুশুনি, তাকো মৰিষণ কৰিবা। তোমাৰ বাবে অলপ বস্তু আনিছো এই টোপোলাটোত।

নিবলৈ অস্বীকাৰ নকৰিবা। তুমি যিহে মানুহ! নিনিবও পাৰা। নিনিলে মই বৰ দুখ পাম।'

মকবুলে টোপোলাটো চন্দ্রনাথৰ হাতত তুলি দিলে। এখন মোনাত কাপোৰেৰে মেৰিওৱা এটা টোপোলা। চন্দ্রনাথ এফালে মর্মাহত, আনফালে মকবুলৰ প্রগাঢ় আন্তৰিকতাত অভিভূত।

মকবুলে দেখাদেখিকৈ কুর্তাৰ আগেৰে চকু মোহাৰি ক'লে, 'ইনছাল্লাহ তোমাৰ মঙ্গল হওক। শেষ মুহূর্তত তোমাৰ চকুলৈ চাব নোৱাৰিম। এতেকে মই যাওঁ।' সি চন্দ্রনাথৰ লগত আবেগ জড়িতভাৱে কোলাকুলি কৰিলে আৰু প্লেটফর্মত ৰে'ল থমাৰ আগতেই সাউৎকৈ অন্তর্ধান হ'ল।

খিৰিকীৰ কাষত বহি চন্দ্রনাথে ৰে'ল চলালৈ অপেক্ষা কৰিছে। চাইছে মাথো মকবুল দৌৰি যোৱাৰ ফালে। এই মুহূর্তত চন্দ্রনাথ নিজৰ মাজত নাই। কি ভাবিছে, কি ভাবিব লাগে একো নাজানে। সমস্ত জগৎ যেন এক মহাশূন্য। এই মহাশূন্যত সি এটা নির্ভাৰ বিন্দু।

হঠাৎ ৰে'লৰ চকা ঘূৰা মুহূর্তত দেখিলে চন্দ্রনাথে— প্লেটফর্মৰ কাঠৰ খুঁটাৰ আঁৰত মূৰটো উলিয়াই মকবুলে ৰে'লখনৰ গতিলৈ চাই আছে। চকু দুটাত দুটা মুক্তা। চন্দ্রনাথৰ বুকুখন ধমহকৈ উঠিল।

চন্দ্রনাথে সেই দৃশ্যটোলে মনত পেলালে।

এক ঃ পিতৃৰ স্পন্দনহীন নিথৰ দেহ।

দুই ঃ খণ্ডিত দৃশ্যাংশত অস্পষ্টভাৱে এটা অসৎ বিম্বৰ দৰে জিলিকি আছে সি— নিজেই।

তিনি ঃ ভাঙি যোৱা সৌধৰ চূর্ণ-বিচূর্ণ টুকুৰা।

চাৰি ঃ তাৰ বর্তমান।

আজি সি মুক্ত আকাশৰ তলত। নিজকে বিচাৰি পোৱাৰ চেষ্টা কৰিলে চন্দ্রনাথে। কিন্তু ক'ৰবাৰ অতলান্ত অন্ধকাৰত সি ক্রমে যেন হেৰাই যাবলৈ ধৰিলে।

আকৌ ভাহি উঠিল যাদৃচ্ছিক আয়তনৰ বহু দৃশ্য। তাৰ হাতত নির্দিষ্ট ষ্টেচনত নমাৰ বাবে এটা টিকট। এই গতিপথৰ অন্ত হ'লে সি কোন পথত ভৰি ৰাখিব? সাত বছৰে সি সময়ক নৃশংসভাৱে টেটুত ধৰি চেপি ধৰাদি হত্যা কৰিবলৈ চেষ্টা কৰিছিল। সময়েই আকৌ ওলোটাই ঘাতকৰ ৰূপতেই আবির্ভূত হ'ব? তাৰ সপ্রয়াস

চেষ্টাতো সময় যে নির্জিত নহ'ল। সময়ৰ হাততেই লুকাই আছে নেকি তাৰ পৰাভৱৰ চাবি-কাঠী?

গভীৰ নিৰানন্দই, বিচ্ছিন্ন হতাশাই চন্দ্ৰনাথক ক'লা মেঘে আকাশ ঢকাদি চাৰিওফালৰ পৰা আবৰি ধৰিলে। যি কৰুণ দ্বন্দ্বই মানুহৰ ওপৰত থকা বিশ্বাস এসময়ত ক্ষত-বিক্ষত কৰিছিল, সেই আঘাতৰ নিৰাময় কিছু হ'লেও ঘটিল চোহৰাব আলী, মকবুলহঁতৰ উদাৰ অন্তৰ-নিসৃত স্নেহ-প্ৰলেপত। ইয়াৰ পিছত জীৱনৰ পথ মসৃণ হোৱাৰ কোনো প্ৰত্যাশা আছে নে?

ৰে'ল গৈ আছে।

কোনোবা এটা ষ্টেচনত অলপ সময়ৰ বাবে ৰৈছে। আকৌ আৰম্ভ হৈছে যাত্ৰা। চন্দ্ৰনাথে খিৰিকীৰে আৰু চোৱা নাই বাহিৰলৈ। যেন হঠাৎ আহি মকবুল উপস্থিত হ'ব। প্ৰকৃতিৰ অনন্ত সুষমাই এসময়ত তাৰ অপাপবিদ্ধ মন-বিতান জ্যাতিষ্কাৰ কৰি তুলিছিল। এই সময়ত ঘটিছে দুৰ্বাৰ বিকৰ্ষণ। সেই শৈশৱৰে পৰা এই যৌৱনলৈকে একো একোটা নিদাৰুণ ঘটনাৰ ভয়াবহ খুন্দাত তাৰ মানসিক ক্ৰমোত্তৰণৰ ভৰবোৰ চূৰ্ণমৈ হৈ গৈছে। সেইবোৰ সি যথাযথভাৱে জোৰা লগাবই নোৱাৰিলে। শৈশৱৰ অভীপ্সিত গতি তচ-নচ কৰিলে আসমুদ্ৰ হিমাচল দাৰিদ্ৰ্য আৰু পিতাকৰ সকৰুণ মৃত্যুই। তাৰ পাছত? ঠন্-ঠন্‌কৈ ভাগি গৈছিল একান্ত আপোন স্বপ্ন-পাত্ৰ।

মৃত্যু!

ই কি শ্যাম সমান?

সেই সৰল উপমাটোৰেই তাৰ অভিধা স্বয়ং- সম্পূৰ্ণ, স্বয়ং-নিবৃত্ত নেকি? জীৰ্ণানি বাসাংসি পৰিত্যাগ কৰি মানুহে নতুন বস্ত্ৰ পৰিধান কৰাৰ দৰে শৰীৰাণি বিহায় জীৰ্ণান্যন্যানি সংযাতি নবাহি দেহী? মকবুলে এদিন কৈছিল যে সি মৃত্যু সম্পৰ্কে বিশেষ একো নাজানে, মাত্ৰ মৰা মানুহ দেখিছে, দফনোৱা দেখিছে, দফনত অংশগ্ৰহণ কৰিছে, ছানা, দৰুদ পঢ়িছে, আত্মাৰ হৈ দোআয়ে মাগফিৰাতো পঢ়িছে। চিতাত উবুৰিকৈ শুৱাই দি 'কৃত্বা তু দুষ্কৃতং কাৰ্যং, জানতা বাপ্যাজানতা' আদি শব্দ গাই পিতাকৰ মৃতদেহ অগ্নিত সমৰ্পণ কৰা দৃশ্যটোৰে মৃত্যুলৈ মনত পেলোৱাত এদিন চোহৰাব আলী চাহাবকো সি মৃত্যুৰ কথা সুধিছিল আৰু আলী চাহাবে একান্ত আপোন মনে গ্ৰে'ৰ কবিতাৰ অংশ এটা পঢ়ি তাক ভাঙনিটো বুজাই দিছিল। The boast of heraldry, the pomp of power, and all that beauty, all that wealth e'er gave, awaits alike the inevitable hour, the paths of glory lead but to the grave.

শ্মশানত মানুহ হৈছিল মাত্ৰ কেইজনমান। নদীৰ পাৰত নতুন বস্তিৰ মাটিত চিতা সজাইছিল পিতমল, অৰুণ, গোলক, বিনন্দ বৰ্মণ, শশী ৰাজবংশীহঁতে।

দামিনীহঁতে কন্দাৰ বাহিৰে, দময়ন্তীয়ে কপালৰ সেন্দূৰ আৰু ফোঁট মচি হাতৰ শাখা ভঙাৰ বাহিৰে আৰু কি কৰিব পাৰে? অৱন্তীয়ে এনেকৈ কান্দিছিল যে ভৰ বাৰিষাৰ গৰ্ভিনী পাগলাদিয়াৰ সোঁতৰ শব্দও নিস্তেজ হৈ পৰিছিল।

'চুপ, চুপ আৰু নাকান্দিবি। বহুত হৈছে, বহুত সহিলি!'

গৰ্জি উঠিছিল চন্দ্ৰনাথে। এই বৃথা আস্ফালন আছি অসহায়তাৰ। ইয়াৰ বাহিৰে তাৰো বা কি কৰিবলগীয়া আছিল?

অভিজ্ঞতাৰ পৰা চন্দ্ৰনাথে জানিছিল যে অৱন্তীপুৰত কোনো মানুহ মৰিলে মৃতকৰ চোতালত সমবেত হৈছিল খেল-চোং পাহৰি সমবেদনা জনাবলৈ অহা মানুহ। খৰি দিয়াৰ সময় বুজি প্ৰত্যেকটো পৰিয়ালৰ কোনোবা নহয় কোনোবা এজনে শুকান বা কেঁচা বাঁহ, পুৰণি ঘৰৰ উঘালি ৰখা খুঁটা আৰু অতি দুখীয়াজনেও খৰি এচলা লৈ কাষ্ঠ-সংস্কাৰৰ ঠাইত উপস্থিত হৈ দাহকৰ্তাসকলক দুষাৰ শান্তি-বাণী শুনাই চিতাত অগ্নি-জ্বালক জাপি দিছিল— 'কি কৰিবা— জীৱনটোৱেই এনেকুৱা। সকলোৰে এদিন একেই [illegible]া— চিতাত উঠিলেও উঠিব,কাউৰী-শগুন-শিয়ালে টনা-আঁজোৰা কৰিলেও কৰিব...।

কালিকাপ্ৰসাদৰ ঘৰৰ কোনা নাহিল, তেওঁৰ দুই পুত্ৰ কৰুণানন্দ, মথুৰানন্দই খবৰ এটাও আনকি নল'লে, অধ্যাপক খুৰায়েক মহেন্দ্ৰপ্ৰসাদ যি গ'ল উজনিলৈ আৰু ইমুৱা নহ'লেই, গাঁওৰ কোনো বামুণতো নাহিলেই— শূদ্ৰ সম্প্ৰদায়েও বিমুখ কৰিলে, কাৰো চকুৰ পৰা এটুপি চকুলো নসৰিল, কান্দিলে কেৱল কোঁচপাৰা আৰু কৈৱৰ্তপাৰাৰ মানুহে; মতলিব ককা, ফাৰহাদ আৰু ছাহজাহান হুছেইনহঁত আহিল, কিছুদূৰৰ পৰা দোৱা কৰিলে আয়াত পঢ়াৰ অন্তত— আল্লাহুম্মাগ ফিৰ্‌লি হাইয়্যিনা ওৱা মই য়্যিতিনা ওৱা শ্বাহিদিনা... আৰু এক অদৃশ্য সত্তাই চন্দ্ৰনাথৰ কাণৰ কাষত ফুচফুচালেহি, 'চন্দ্ৰ, মই, মই নিত্যানন্দ, দুখ নকৰিবা— অন্তৱন্ত ইমে দেহা নিত্যস্যোক্তাঃ শৰীৰিণঃ, এয়েই জীৱন আৰু এয়েই মৃত্যু— জীৱনৰ অপ্ৰতিৰোধ্য পৰিণতি... তুমি জাগি উঠা চন্দ্ৰনাথ, শেষ হ'বলৈ পৰি আছে তোমাৰ জীৱনৰ বহুকাল। আৰু তুমি বিশ্বাস কৰা, তোমাৰ পিতৃয়ে স্বীকাৰ কৰি লৈছে বীৰোপম মৃত্যু, যাপন কৰি গ'ল এক অকুতোভয় অঋণী জীৱন, কেইজনে এনে সৌভাগ্য লাভ কৰে? জাগ্ৰত, উত্থিষ্ঠত...।'

দহাৰ দিনা মূৰৰ চুলি নেপেলালে চন্দ্ৰনাথে।

এয়েই তাৰ প্ৰথম বিপ্লৱৰ পাতনি।

গাঁওৰ মানুহে হায়ে-বিয়ে লগালে। কুৎসা, নিন্দা, অপযশ, ধিক্কাৰেৰে আকাশ-বতাহত দুন্দুভি বজাবলৈ কাৰ্পণ্য নকৰিলে শ্মশান-যাত্ৰাৰ সংগী হ'বলৈও পৰাঙ্মুখ হোৱা মানুহে।

কুলাংগাৰ, ধূমকেতু, পপীয়াতৰা, সমাজৰ কলংক, ব্ৰাহ্মণ জাতিৰ চিৰকলীয়া সংস্কাৰ পুৰি ছাই কৰি সেই অপদ্ৰব্যৰ বুকুত গজা কাঠফুলা। নায়ক চন্দ্ৰনাথ। অৱন্তীপুৰত নোহোৱা-নোপজা ঘটনা। এনে অপকৰ্মৰ দুৰ্ঘোৰ শাস্তি হ'ব লাগে— কাৰণ এনে শাস্ত্ৰ-বিগৰ্হিত ঔদ্ধত্যই বামুণক বৌ বৌ নৰকত গেলাব-পচাব।

নিৰ্বিকাৰ চন্দ্ৰনাথ।

শুদ্ধি, সপিণ্ডন কৰিব লাগিছিল। মৎস্যস্পৰ্শানুষ্ঠান পাতি মানুহ মাতি ভোজ-ভাত খুৱাই আশীৰ্বাদ ল'ব লাগিছিল। কিন্তু চন্দ্ৰনাথে শশীখুৰা আৰু গোলক ককায়েকক ক'লে— শুদ্ধিৰ দিনা সন্ধিয়া চাকি এগছি দিম। তোমালোকে গীতা আৰু ভাগৱত পঢ়িবা। মতলিব ককাই কোৰাণ পঢ়িবলৈ যদি আহিব পাৰিলেহেঁতেন আৰু ভাল হ'লহেঁতেন। কিন্তু তেওঁ দৃষ্টিশক্তি কমি যোৱা বুলি আক্ষেপ কৰি থাকে। আখৰ চিনাত অসুবিধা হয়।

শশী খুৰাই সুধিলে সপিণ্ডনৰ দিনা, 'কথাবোৰ ভাল হ'ল জানো? কিবা অলপ কৰিব লাগিছিল নেকি? মানুহে কেৱল তইঁতক চোবাই খাবলৈহে বাকী ৰাখিছে।'

প্ৰোজ্জ্বয়িনীও আছিল চন্দ্ৰনাথ আৰু শশীৰ কাষত ভিতৰ ঘৰৰ মজিয়াত। তাই লেচাৰে ঘৰ মচি আছিল। খুৰাকৰ কথা শুনি হাতৰ লেচা হাততে লৈ উত্তৰ দিলে, 'ইয়াতকৈ ভাল কাম আৰু একোৱেই হ'ব নোৱাৰে। ময়েই বাপুক কৈছো একো সংস্কাৰকৰ্ম কৰিব নালাগে। মৃত্যুৰ পিছত আৰু কিহৰ পিতৃঋণ পৰিশোধ? আন নালাগে, বহু দুখ বুকুত বান্ধি পিতা গুচি গ'ল, গাঁওৰ এজন মানুহে এটা খবৰ পৰ্যন্ত নহ'লে, যি বাইলেলি কমলেশ্বৰে পিতাৰ লগত এসময়ত একেলগে চিলিম নাটানিলে টোপনি নাহে বুলি কৈছিল সেই মানুহজনে ৰাস্তাৰে পাৰ হ'লে আমাৰ ঘৰৰফালে চকু পৰাৰ ভয়ত চকু মুদি যায়, কৈঠালকুছিৰ যি দুৰ্গাশংকৰ দেৱশৰ্মাই পিতাক তান্ত্ৰিক হত্যাকাৰী বুলি নিন্দা কৰি পৌৰোহিত্য কৰিবলৈকে অহাটো বাদ দিলে, এনে মানুহবোৰৰ বাবে কিয় কলপাত কাটিব লাগে! মোৰ আত্মা-পৰমাত্মাত বিশ্বাস নাই। ছাই হৈ যোৱাৰ পৰা ক'ৰনো আত্মা উৰি গৈ শূন্যত বাহৰ পাতি ৰয়গৈ যে মৎস্যস্পৰ্শৰ দিনা চালনিত কলপাত পাৰি আগবঢ়োৱা ভোজৰ অন্ন গ্ৰহণ কৰিবলৈ সি কাউৰী-কুকুৰৰ ৰূপ ধৰি উবুৰি খাই পৰেহি? দামিনী বাইদেউ আৰু অৱন্তীক

কথাবোৰ বুজাইছো। আগতে সিহঁতৰ মনবোৰে খু-দুৱাই আছিল। এতিয়া বুজিছে। বাপুক কৈছো আৰু দুদিন যাওক— আমি কালিকাপ্ৰসাদৰ পৰা প্ৰাপ্য মাটিৰ অংশ বিচাৰিম। নহ'লে নলবাৰীলৈ গৈ মাটিৰ হাকিমৰ ওচৰ চাপিম— সুবিচাৰ প্ৰাৰ্থনা কৰি। নে এই কথাবোৰ যুক্তিহীন? তুমিয়েই ভাবি চোৱাচোন শশীখুৰা।'

শশী ৰাজবংশী তভক মাৰি আছিল। তেওঁ যেন ক্ৰমে এখন নতুন জগতলৈ গৈ আছে। চকুত নতুন পোহৰ পৰিছে। তেওঁ সাগৰৰ অতল তলি দেখা পাইছে। এই ছোৱালীজনীয়ে এনে সুন্দৰ কথা ভাবিবলৈ, ক'বলৈ শিকিলে কেনেকৈ? শ্ৰদ্ধাত তেওঁৰ মূৰ দোঁ খাই গ'ল। চৌষষ্ঠি বছৰ বয়সতহে যেন তেওঁ পহিলাকৈ সত্যৰ মুখামুখি হৈছে। ভৈৰৱপ্ৰসাদ তেওঁতকৈ এবছৰে ডাঙৰ আছিল। একেলগে ডাঙৰ-দীঘল হৈছে। তেওঁৰ পৰাও এনে কথা শুনা মনত নপৰে। তেওঁতকৈ তেওঁৰ সন্তান আৰু অধিক যুক্তিবাদী হৈছে। এজন যদি প্ৰদীপৰ পোহৰ, এওঁলোক নিৰ্মল জোনাক।

কিন্তু জোনাককো মেঘে ঢাকিবলৈ চেষ্টা কৰি থাকে। ছায়া পেলায়। এনে ছায়া পেলালে দময়ন্তীয়ে। বিনা জাননীৰেই তেওঁ নামৰ আগত চন্দ্ৰবিন্দু বহুৱাই দিলে। সাধাৰণতে অৱন্তী শোৱে মাকৰ লগত, গোসাঁইঘৰৰ লগত লাগি থকা পলিত শোৱে চন্দ্ৰনাথ আৰু প্ৰোজ্জ্বয়িনী। দামিনীয়ে বিছনা পাৰে মজিয়াত। আগত চাৰিটা ঘৰ আছিল, তাৰে এটা আছিল ঢেঁকীশাল-তাঁতশালৰ— আন এটা আছিল গোহালি। সৰু এটা চ'ৰাঘৰো আছিল। গোহালিত গৰু নোহোৱা কেইবাবছৰো হ'ল। গাই এজনী আছিল, বিনাচ দি মৰি থাকিল। তাৰ পিছত দুখতে ভৈৰৱপ্ৰসাদে আৰু গৰু নোপোহা হ'ল। খেতিৰ মাটি নাই, এতেকে ঢেঁকীশালেও চকু মুদিলে। তাঁতৰ শালৰ শব্দ অৱশ্যে কেতিয়াবা কেতিয়াবা শুনা যায়। অন্ততঃ বহাগ বিহুৰ আগত চন্দ্ৰনাথৰ বাবে বিহুৱান এখন তাতেই বোৱা হয়। ভৈৰৱপ্ৰসাদে মন-কাণ নিদিয়া কাৰণে এই ঘৰকেইটা জহি-খহি গ'ল। অভিনিবিষ্ট নোহোৱা কাৰণে যি সামান্য বস্তি মাটি আছিল, তাকো ঢাকি ধৰিলে ঢেঁকীয়া আৰু জাৰ্মানী বনে। তামোল, নাৰিকল, টেঙা আৰু কলগছবোৰ বাঢ়িবলৈ আগ্ৰহী নহ'ল। বালীয়া মাটিত বৃদ্ধিৰ ৰচদ নাথাকে।

এনে এক বাতাবৰণত একমাত্ৰ ঘৰটোৰ ভিতৰতেই দময়ন্তী শোৱাপাটীতে ঢুকাই থাকিল। পুৱাহে মাকৰ সাৰ-সুৰ নোহোৱাত অৱন্তীয়ে হুৱা-দুৱা লগাই দিলে— 'অ' বাইদেউ, অ' বাপু, চাহিচোন, আয়ে দেখোন মাত নামাতে, লৰচৰ নকৰে, কি হ'ল অ' আমাৰ আইৰ? অ' জিনী, উঠিনো নাহ কিয় অ'?'

আৰু এখন চিতা জ্বলিল।

দময়ন্তীৰ দেহত কেইডালমান হাড়হে বাকী আছিল। চিতাত তোলাৰ আগতে শৰীৰ বস্ত্ৰহীনপ্ৰায়, বন্ধনহীন কৰা সময়ত গভীৰ মনোযোগেৰে মাকলৈ একেথিৰে কচ

সময় চাই আছিল চন্দ্ৰনাথে। এই শুকান কাঠৰ দৰে দেহটোত মাকেনো অতদিনে ক'ত, কোনখিনিত প্ৰাণটো লুকুৱাই ৰাখিছিল, ভাবি ভাবি চিন্তাৰুদ্ধ অৱস্থাত পতিত হ'ল চন্দ্ৰনাথ। পাৰ ভাঙি চকুলোৰ প্লাৱন বৈ আহিল তাৰ দুচকুৰে। এই যেন এক ৰূঢ় সত্যৰ মুখামুখি হ'ল প্ৰথম। কি সুন্দৰ, কেনে লাৱণ্যময় আছিল তাৰ মাকৰ মুখখন। চিনাকি মানুহে 'গোসাঁনী প্ৰতিমা' বুলি মাতিছিল। কিমান অনুপম আছিল আয়ত চকুহালি। থুঁতৰিৰ তলত আছিল ডাঙৰ মচুৰমাহ এটাৰ সমান তিল। এই তিলটোৱে মাকৰ সৌন্দৰ্যত সোণত সুৱগাই উজ্জ্বলতা বঢ়োৱাৰ দৰে ৰং চৰাইছিল, তেওঁক তিলোত্তমা কৰিছিল। পূৰ্ণিমাৰ জোনাক ৰাতি বহল মুকলি পথাৰৰ উদ্ভাসিত জ্যোৎস্নাত এডৰা সৰিয়হৰ হালধীয়া ফুলৰ সমাহিত ৰূপ যেনে অনিৰ্বচনীয় হ'ব পাৰে, মাকৰ লনি শৰীৰটোৰ লাৱণ্য আছিল ঠিক তেনেকুৱা বা তাতোকৈ অধিক।

চিতাত অগ্নি-সমৰ্পণৰ আগমুহূৰ্তত হাড়ত লাগি থকা বিৱৰ্ণ ছাল আৰু প্ৰতিমা-উপম মুখখনিৰ বিধ্বস্ত ৰূপ দেখি চন্দ্ৰনাথে এসোঁতা কান্দি ল'লে। আজিৰ পৰা সি নিঠৰুৱা হ'ল। মাক-দেউতাক বুলি মাতিবলৈ আৰু কাকো সি নাপাব। ওৰেটো জীৱন। ওচৰেৰে বৈ থকা পাগলাদিয়াৰ পানীত ডুব মাৰি অগ্নি-উৎসৰ্গ কৰা সময়ত চন্দ্ৰনাথে ভাবিলে— এই ভৰুণ নদীৰ দৰে সংহাৰী নহ'লে ভাগ্যই তাকে সংহাৰ কৰি গৈ থাকিব। সি বুজি পালে— কৈশোৰক বিদায় দিয়াৰ এয়েই উপযুক্ত সময়।

# # #

প্ৰোজ্জ্বয়িনীয়ে তাক ক'লে, 'তোক অকলে নপঠাও। লগত ময়ো যাম। শ্ৰীপুৰ দেৱালয়ৰ সেৱাইতসকলে মাটিৰ অধিকাৰ লৈ জেঠাৰ লগত যুদ্ধত নামিছে। শুনিছো— কৰুণা আৰু মথুৰদাই তক অলপতে বলি কটা দাৱাল নিংনাই অপমান কৰিছে। জেঠা হেনো খঙত টিঙিৰিতুলা। আমাৰ দিন অতি বামত। সকলোৰে চিৎকাৰ কৰিছে— তান্ত্ৰিক বাপেকৰ বামাচাৰত অসন্তুষ্ট ভগবানে সমুচিত শিক্ষা দিছে। মোৰো মেট্ৰিক পৰীক্ষা আহি আছে, প্ৰাইভেটকৈ হ'লেও দিব লাগিব। এতেকে কথাবোৰ জেঠাক মইহে ভাঙি-পাতি ক'ব পাৰিম। তোৰ আজিকালি অলপতে খং উঠে।'

চন্দ্ৰনাথে বায়েকৰ মুখৰ ফালে নিৰ্নিমেষে চাই আছে। মাকৰ প্ৰথমটো বছৰেকীয়া মৃত্যুৰ তিথিত সি তিতা তিয়নিৰে চাকি জ্বলাই উঠিছেহে গোসাঁইঘৰত। মন দুখত অধীৰ। বাৰে বাৰে মাকৰ মুখখনলৈ মনত পৰিছে, দেউতাকৰ ছবিখনে হৃদয় অস্থিৰ কৰি তুলিছে।

তাৰ মাজত আৰু অহিছে সংকট।

কালাগ আৰু সৰ্থেবাৰীৰ পৰা দুদিন দুজন মহাজন আহিছে। এদিন এজন ডকাইত যেন লগা যুৱক আহিছে ৰণাকুছিৰ পৰা। ভীমৰাজ কেঞাই কেইবাদিনো পঠাইছে মুনিবক। পিতাকে হেনো এওঁলোকৰ প্ৰত্যেককে টকা পৰিশোধ কৰিবলগা আছে। ডেকাজনে অতি অভদ্ৰ ভাষাত কথা পতাৰ আয়োজন কৰিছিল আৰু পিতলচকুৱা দৃষ্টিৰে পিতপিতকৈ দামিনীহঁতলৈ চাবলৈ চেষ্টা কৰিছিল। বহিবলৈ পাইছে, এতিয়া শোৱাৰ যোগাৰ লাগে। চাহ পাইছে, ভাত নোখোৱাকৈনো বিদায় লয় কেনেকৈ?

চন্দ্ৰনাথে অলপো অমাৰ্জিত আচৰণ নকৰি ডেকাজনক বয়সৰ মৰ্যাদা দি কথা পাতিছিল। অৱন্তীয়ে চাহ পৰ্যন্ত দি গৈছিল।

'টকাকেইটা মোক সোনকালে লাগে', ডেকাই কৈছিল, 'তোমাৰ পিতাৰাই সোণৰ তাবিজ দিব বুলি কৈ টকাকেইটা আনিছিল। ভৈৰৱ ওজাৰ দৰে মানুহক কোনে অবিশ্বাস কৰিব! দি দিলো টকা। দহবিঘা মাটিৰ কাজিয়া— তাতে জেঠাইৰ লগত। বশীকৰণৰ বাবে চল্লিছটাহে টকা। কিন্তু তাবিজো গ'ল, মানুহো সিপুৰী পালেগৈ। সুত ধৰিলেতো টকাৰ সংখ্যা বাঢ়েই। সেইবোৰ বাদ দিলো। তোমাৰ নাম কিহে? দেখাততো বৰ সুন্দৰ।' অৱন্তীক চাহ দিবলৈ আহোতে নামো সুধিলে, প্ৰশংসাও কৰিলে।

অৱন্তী একো নোকোৱাকৈ চাহ দিয়েই আঁতৰি গ'ল।

'হেৰা, দেখিলা, ইমান ভেম! নামটোকো নক'লে। তোমালোকৰ ঘৰত ছোৱালী কেইজনীহে?' সুধিলে চন্দ্ৰনাথক।

'আছে কেবাজনীও। কিয় লাগে আপোনাক?' চন্দ্ৰনাথ উত্তেজিত। ডেকাই কুৎসিত হাঁহি এটাৰে ক'লে, 'নাই, এনেয়ে। ধুনীয়া ছোৱালী থকা ঘৰত মই বৰ বেছিকৈ দাবী-দাবা কৰিবলৈ টান পাওঁ। তুমি কুৰি টকা দিলেও হ'ব। দুটা কিস্তিতেই দিবা। ময়ো আহি থকাৰ বাট এটা পাম।'

চন্দ্ৰনাথৰ ধৈৰ্যৰ বান্ধ সুলকি গ'ল। নিংনো দাবালে শ্ৰীপুৰ দেৱালয়ৰ দুৰ্গা পূজাৰ বলি কটা পুৰণি দীঘল দা এখন পিতাকক দিছিল। সি সপ্তাহত এবাৰকৈ ধাৰ দি কাপোৰেৰে মেৰিয়াই ৰাখে।

'আৰু এটা কথা কবিতো তোক মই দুছেও কৰিম।' সাউৎকৈ কাপোৰৰ ভাঁজ খুলি চিক্‌মিকোৱা ধাৰৰ দাখন আনি ডেকাৰ সমুখতে ঘূৰাই দিলে তৰোৱালৰ দৰে।

ভয় খাই ডেকা পলাল। যাওতে অৱশ্যে চিঞৰি গ'ল, 'চাই ল'ম মই। ময়ো বাঘৰ বাচ্ছা। ঘৰত পাই পাৰচৰাই বুলি ভাবিছ। ময়ো বাঘ হ'ব পাৰো। চাই থাক, কি কৰো।'

'যা, যা, যি পাৰ কৰিবিগৈ। মোৰ নোম এডালো নসৰে।' চন্দ্ৰনাথে এনেকৈ গৰ্জন কৰিলে যে বায়েকহঁতে দৌৰি আহিহে তাক ক্ষান্ত আৰু নিৰস্ত্ৰ কৰিলে।

চন্দ্ৰনাথে বুজি পালে অপ্ৰয়াসে যে হলা গছ পাই ইহঁতৰ দৰে মানুহে বাগী কুঠাৰ লৈ ঘপিয়াবলৈ আহিছে। প্ৰতিবাদ নকৰিলে বুকুতে ঘাপটো মাৰিব। সি যুবক হ'ল।

তুলনামূলকভাৱে কালাগ আৰু সৰ্থেবাৰীৰ বয়সিয়াল মানুহ দুজনে কোনো ৰূঢ় কথা নুশুনাই বৰং সমবেদনা জনাই গ'ল। তেওঁলোকো পাওনাদাৰ। ভৈৰৱপ্ৰসাদৰ লোকান্তৰ গমনৰ কথা কোনোজনেই নাজানে। মনোৰমাৰ চিকিৎসাৰ সময়ত কালাগৰ মানুহজনে তাইৰ কবিৰাজী চিকিৎসা কৰিছিল। তেওঁ এজন কবিৰাজ। দৰৱৰ বাবদ তিনিকুৰিমান টকা দিবলগীয়া হৈ আছিল ভৈৰৱপ্ৰসাদে। যথাসময়ত দিব নোৱাৰিলে। আনজনো ফাৰ্মাচী এখনত কাম কৰা মানুহ। ভৈৰৱপ্ৰসাদক জেঠা বুলি মাতিছিল। তেওঁৰ পাগল দেউতাকক ভৈৰৱপ্ৰসাদেই জাৰি-ফুকি ভাল কৰিছিল। সেইসূত্ৰেই সম্পৰ্ক। পবিত্ৰই মনোৰমাৰ বাবে তেওঁৰ জৰিয়তেই উঠনাকৈ এশমান টকাৰ ঔষধ আনিছিল। সেই টকাও পৰিশোধ কৰা নহ'ল। কিন্তু এই মানুহ দুজনে টকা আদায়ৰ বাবে হেঁচাতো নিদিলেই, বৰং বেয়াকৈও একো নক'লে। তথাপি চন্দ্ৰনাথৰ মনটো দুখেৰে ভৰি পৰিল। সিহঁত এতিয়াও ঋণী হৈয়েই আছে। কিন্তু পিতাকৰ ওপৰত তাৰ সামান্যও বিতৃষ্ণা নুপজিল। বৰং সি এক হৃদয়বিদাৰক কষ্টহে অনুভৱ কৰিলে। সংগ্ৰাম কৰি কৰি, পৰিয়ালটোক বচাবলৈ যুঁজি যুঁজি তেওঁ হয়তো এনে কিছুমান বাধ্যবাধকতাৰ মাজত পৰিছিল যে এনেকুৱা অলপ-অচৰপ ঋণ নকৰি তেওঁৰ উপায় নাছিল।

চন্দ্ৰনাথে এটা কথাই ভাবি থ'লে যে যদি সময়ত সি উপাৰ্জনক্ষম হয়, তেনেহ'লে এই ঋণৰ দায়ৰ পৰা নিজকে উদ্ধাৰ কৰাৰ চেষ্টা কৰিব।

আৰু অনেক দুশ্চিন্তাই তাক মকৰাজালৰ দৰে লাহে লাহে বেৰি ধৰিলে।

পঢ়া-শুনাত অতি উচ্চ মস্তিষ্কৰ নহ'লেও আগ্ৰহ যে একেবাৰে কম আছিল তেনে নহয়। বৰং অংক আৰু সংস্কৃত বিষয় দুটাত শ্ৰেণীৰ আন বহু ছাত্ৰ-ছাত্ৰীতকৈ ভালেই আছিল। বায়েক প্ৰোজ্জ্বয়িনী আছিল স্কুলৰ আটাইতকৈ ভাল ছাত্ৰী। শিক্ষক-শিক্ষয়িত্ৰীসকলে তাইক আটাইতকৈ বেছি মৰমো কৰিছিল। অৰ্থনৈতিক অনাটনৰ

কাৰণে দুয়োজনৰে পঢ়া-শুনা ক্ষতিগ্ৰস্থ হ'ল। শশীখুৰা, বসন্ত মাষ্টৰৰ দৰে আৰু দুই-এজনে সহায় নকৰা হ'লে বাচি থকাটোৱেই অসম্ভৱ হ'লহেঁতেন। সেই সময়ত চন্দ্ৰনাথে আনকি দিনত দুই-চাৰি টকা উপাৰ্জনৰ বাবে কৈঠালকুছি ৰে'ল ষ্টেচনত পুৱা-আবেলিৰ চাৰিখন যাত্ৰীবাহী ৰে'লৰ যাত্ৰীক কল-নাৰিকল-তিয়ঁহ আদি বিক্ৰী কৰিছিল। প্ৰোজ্জ্বয়িনীয়ে শেষত সিদ্ধান্ত কৰিছিল যে তাই স্কুল-কৰ্তৃপক্ষক ধৰি-মেলি প্ৰাইভেটকৈয়ে মেট্ৰিক পৰীক্ষাটো দিব। আন সময়ত দুই বায়েক আৰু তাই মিলি পুৱাৰ পৰা গধূলিলৈকে কেৱল তাঁতশালকে চলাইছিল। কাপোৰ বিক্ৰী কৰি দুপইছা নাপালে লঘোণ দিবলগীয়া হ'লহেঁতেন।

চন্দ্ৰনাথে এনে সময়তে প্ৰোজ্জ্বয়িনীক কুটুৰি কুটুৰি কৈছিল যে সিহঁতে জেঠাকৰ পৰা মাটিৰ ভাগ বিচৰা উচিত হ'ব। এই অংশ সিহঁতৰ প্ৰাপ্য। অন্ততঃ মাটিখিনি পালেও আধি-ঠিকাৰ ধানেৰে সিহঁতৰ চলি যাব। কমেও ত্ৰিছ বিঘা মাটি সিহঁতৰ ভাগত পৰে। তাৰ আগতে অধ্যাপক মহেন্দ্ৰ খুৰাকৰ চিঠি এখন পাইছিল চন্দ্ৰনাথে। তেওঁ অন্যান্য কথাৰ পিছত ঘাইকৈ দুটা কথা লিখিছিল, 'বাপু, অৱন্তীপুৰলৈ মই আৰু কেতিয়াও উভতি নাযাও। সেইখন মোৰ মানত একপ্ৰকাৰ নৰকেই। ডাঙৰ দাদাক মই অমানুহ বুলি গণ্য কৰো। মোৰ ৰঙামাটি টোললৈ হঠাৎ এদিন নিত্যানন্দ ব্ৰহ্মচাৰী আহিল। তেওঁ কিবাকৈ খবৰ পাইছিল যে মাজু দাদা ঢুকাল। তেওঁ অৱন্তীপুৰলৈ যোৱাৰ বাবে মোক লগ ধৰিছিল। কিন্তু আগদিনা ৰাতি তেওঁ ভয়ানক অসুস্থ হৈ পৰিল আৰু প্ৰাণয়াম কৰা ভংগীত বহি বহিয়েই চকু মুদিলে। মোৰ মনটো বৰ বিমৰিষ হৈ পৰিল। তেওঁৰ কাষ্ঠ-সংস্কাৰৰ সময়ত শ্মশানত সমবেত হৈছিল হাজাৰ হাজাৰ মানুহ। যি কি নহওক, মই শেষবাৰৰ বাবে হয়তো অৱন্তীপুৰলৈ যাব পাৰো। বিশেষ এটা কামৰ কাৰণে। মোৰ ভাগৰ মাটিখিনি তহঁতকে দিম। হাকিমৰ ওচৰলৈ গৈ কামটো কৰি দিম। যদি নাযাও, এই চিঠিখনেই প্ৰমাণ হৈ থাকিব যে মোৰ ভাগৰ মাটি মই তোৰ নামত পুৰুষানুক্ৰমে ভোগ কৰিবলৈ দান দিলো। তহঁতে শুনি সুখী হবি যে পিতাৰ কথাকে বেদবাক্য বুলি এতিয়া আৰু নাভাবো, এতেকে কালিকা দাদালৈ মোৰ আৰু সমূলি ভয় নাই।'

প্ৰোজ্জ্বয়িনীয়ে চন্দ্ৰনাথক সেয়েহে কৈছিল, 'ময়ো যাম তোৰ লগত। জেঠা মানুহজন বৰ বদমেজাজী। দামিনী আৰু অৱন্তী বাইদেৱেতো চকুলৈয়েই চাবলৈ সাহস নকৰে। আঁৰত মহিষাসুৰ বুলিহে মাতে।'

চন্দ্ৰনাথে হাঁহিলে, 'মহিষাসুৰেইতো। জেঠাৰ ৰঙা চকুক ভয় নকৰা মানুহ এই খণ্ডত নাছিলেই। কিন্তু পৰিস্থিতি সলনি হৈছে। দেৱালয়ৰ নামত আমাৰ পূৰ্ব পুৰুষে মৌখিকভাৱে দান দিয়া মাটি তেওঁ আকৌ নিজৰ নামত নামজাৰি কৰিবলৈ বিচাৰি

আছে। মানুহে কিয় সহ্য কৰিব? যোৱা দুৰ্গাপূজাত যাত্ৰাপাৰ্টি মতাক কেন্দ্ৰ কৰি জেঠা আৰু পাইকানসকলৰ মাজত কম গণ্ডগোল হৈ গ'লনে? মানুহজনক কেৱল লাগে আৰু লাগে। দেৱালয়ৰ মেৰামতিৰ বাবে চৰকাৰৰ পৰা পোৱা ধনো নিজৰ জেপতে সুমুৱাই থ'লে। পূজাৰ প্ৰণামীৰ ধনো পুৰোহিত আৰু যোগাৰীক নিদি নিজে ৰাখে। টাউনত সেই টকাৰেই ঘৰ বান্ধিলে। এইবাৰ ৰাজনীতিও কৰিবলৈ ওলাইছে। ডাবি-ধমকি আৰু পা-পইছা দি নিজৰ স্বাৰ্থত লগাকৈ এটা দল হাতৰ মুঠিত ৰাখিছিল। সেই দলো ফাটিছে। কোনদিন কি হয় কোনো ঠিকনা নাই।'

# # #

পদুলিমুখৰ ৰাস্তাৰ সমান্তৰালকৈ থকা বিৰাট চ'ৰাঘৰৰ বাৰাণ্ডাত গুৰ্গুৰি টানি বহি আছিল কালিকাপ্ৰসাদ। আহিন মাহৰ আৰম্ভণি। পূজালৈ কুৰি দিনমান বাকী আছে। ইতিমধ্যে শেৱালি ফুলিবলৈ লৈছে। পাগলাদিয়াৰ পাৰত বগা মেঘৰ লানিৰ দৰে কেৱল কঁহুৱা ফুল। এই হাউলীৰ পৰা সমুখলৈ চকু দিলেই মাদুৰি, বৰতা আৰু কঁহুৱানিৰ ছবি চকুৰ মণিত ভাহে।

গুৰ্গুৰিৰ চিলিমত আঙঠা তুলি দি আছিল ধনেশ্বৰ পাইকে। কালিকাপ্ৰসাদে এবাৰ গুৰ্গুৰিত হোপা দিছে, এবাৰ চাইছে সমুখলৈ। তেওঁৰ মুখত চিন্তাৰ ৰেখা।

থুলন্তৰ দেহটোত ধুতী আৰু উত্তৰীয়। ডিঙিত ৰুদ্ৰাক্ষৰ এডাল মালা। কপালত এটা প্ৰকাণ্ড ৰঙা ফোঁট। ৰক্ত চন্দনৰ। চন্দ্ৰনাথক দেখিয়েই কপালৰ সিৰা কোঁচ খাই গ'ল। পাগলাদিয়াৰ গৰা খহাদি মানুহজন যেন খহি যাবলৈ ধৰিছে।

কালিকাপ্ৰসাদে চকুৰ ইংগিতেৰে পাইকক আঁতৰ হ'বলৈ ক'লে।

কালিকাপ্ৰসাদ ইমান উত্তেজিত হ'ল যে তেওঁ গুৰ্গুৰিৰ নল পেলাই আৰামী চকী এৰি থিয় দিলে। জপনামুখত চন্দ্ৰনাথক দেখিয়েই তেওঁ ভিতৰে ভিতৰে ঘামিবলৈ ধৰিছিল। তাতে ঘৰত তেওঁ অকলে আছে।

চন্দ্ৰনাথ সাজু হৈয়েই গৈছিল। কথাটো প্ৰোজ্জ্বয়িনীয়ে নাজানে। সি কাপোৰেৰে মেৰ খাই থকা দাখন লগত লৈ গৈছিল। কোনো দুষ্কৰ্ম বা অভিসন্ধিৰ বাবে নহয়, কেৱল সাহসৰ বাবে। এই মুহূৰ্তত দা-খনেই তাৰ সাহসৰ বীজ। জীৱনটো ভাঙি ভাঙি টুকুৰা-টুকুৰ হৈ গৈছে, সাহস নাথাকিলে জোৰা লগোৱাটো অসম্ভৱ।

'তই?' সন্মুখত বাঘ দেখাৰ দৰে ভয় আৰু আতংকত জাপ মাৰি উঠিল কালিকাপ্ৰসাদৰ দৰে দুৰ্দান্ত মানুহজনো।

'তই ইয়াত কিয়? কি লাগে তোক?'

কালিকাপ্ৰসাদৰ কণ্ঠ কম্পমান। তেওঁ দুখোজ পিছুৱাই গৈছে। কলগছকো যেন হাতীয়ে সমীহ কৰিবলগীয়া হৈছে।

'হাতত সেইখন কি? কি আনিছ কাপোৰেৰে মেৰিয়াই?' কালিকাপ্ৰসাদ ইমানেই উত্তেজিত যে তেওঁৰ চকু কপালত উঠিছে।

পেটে পেটে চন্দ্ৰনাথৰ হাঁহি উঠিল। মানুহৰ যে কত ধৰণৰ ৰূপ থাকিব পাৰে! চন্দ্ৰনাথে প্ৰসংগ সলাববলৈ লৈ সুধিলে, 'আপোনাৰ গা কেনে আছে জেঠা?'

'ভাল, ভালেই। কিয় আহিছ সোনকালে ক? মোৰ বহু কাম আছে।'

চন্দ্ৰনাথে মনে-প্ৰাণে ইচ্ছা কৰিলে এই অমানুহজনক কাটি দুটুকুৰা কৰিলে ধৰণী অন্ততঃ কিছু পাপৰ বোজাৰ পৰা মুক্ত হ'ব। নিজকে চম্ভালি অতি বিনীতভাৱে ক'লে, 'আমাৰ অৱস্থাৰ কথাতো জানেই জেঠা। বৰ কষ্টত আছো। পিতা-আই মৰাৰ খবৰবোৰতো পাইছেই। নগ'ল নাই, তাৰবাবে বেয়া পোৱা নাই। আপোনাৰ কামো বহুত।'

কালিকাপ্ৰসাদৰ ভয় বাঢ়ি গৈছে। ছাঁ লহিয়াইছে। বিৰাট হাউলীটোত নিস্তব্ধতা। চৌহদত থকা গছবোৰৰ কল্যাণত ইতিমধ্যে কুঁৱলীময় অন্ধকাৰে ছাউনি পাতিছে। ধনীৰাম আৰু ধনেশ্বৰ পাইকৰো সাৰ-সুৰ-নাই। কালিকাপ্ৰসাদৰ নজৰ কাঢ়িছে তেৰবছৰীয়া ল'ৰাজনৰ হাতত থকা বস্তুপদে।

'সেইবোৰ মুখৰোচক কথা বাদ দে। কিয় আহিছ ক।' তেওঁৰ কণ্ঠ উষ্মাযুক্ত, কিন্তু শীতল। হঠাৎ তামোলৰ ঢকুৱা এটা খহি পৰিল টিনৰ চালত। তেওঁ জাপমাৰি উঠিল। মনেমনে চন্দ্ৰনাথে দৃশ্যটো উপভোগ কৰিলে।

'জেঠা, আপুনি অস্থিৰ নহ'বচোন। আমাৰ সকলো কষ্টৰ মূলতে আপুনি মানুহজন', চন্দ্ৰনাথৰ চকু-মুখ কঠিন হৈ উঠিল, বাউসী দুটাৰ মাংসপেশীত এটা কঁপনি, 'মোৰ পিতা মৰিল। তেওঁ বাচি থাকোতে আপোনাক সন্মান দেখুৱাই গ'ল। মই আপোনাৰ ইমানখিনি সন্মান প্ৰাপ্য বুলি নাভাবো। আমাৰ মাটিৰ ভাগ এই শালি-খেতিৰ পৰাই লাগিব। মোক মাটিৰ হাকিমৰ অফিচলৈ আপোনাৰ সুবিধামতেই আহিবলৈ ক'ব কিছুদিনৰ ভিতৰতে। আপুনিও আহিব, ময়ো যাম। নামজাৰিৰ দৰ্খাস্তত চহী দিলেই হ'ব বুলি কৈছে বাইদেৱে। কওক, কি কৰিব?'

উত্তেজনা এনে শীৰ্ষবিন্দুলৈ গৈছিল যে হঠাৎ কোব খোৱা ফেঁটী সাপৰ দৰে ফেঁট তুলি উঠিল কালিকাপ্ৰসাদ।

তাৰ প্ৰকাশ ঘটিল ভুঁইকপত কঁপা পৃথিৱীৰ দৰে কম্পমান কথাত, 'তোৰ ইমান সাহস! এই মুহূৰ্তত ওলাই যা। ওলাই যা বুলি কৈছো। নহ'লে মই মানুহ মাতিম। তোক কুকুৰ খেদাদি বাহিৰ কৰি উলিয়াই দিব।'

চন্দ্ৰনাথে হেঁপাহ পলুৱাই হাঁহি দিলে। সেই হাঁহিৰ শব্দত কঁপি উঠিল নটা ঘৰৰ হাউলী, ভট্টাচাৰ্য বংশৰ ঐতিহ্যবাদী দেউল। কালিকাপ্ৰসাদৰ বুকুত অনেক দুন্দুভিৰ বাদ্য-বাদন।

'আপুনি এনেকৈয়ে ভয় খুৱাই খুৱাই দুকুৰি বছৰ এই ঠাইৰ মানুহবোৰক শাসন কৰিলে। মাটিৰ হাকিম, থানাৰ দাৰোগাক উঠোৱা-বহোৱা কৰিলে। কিন্তু সংখ্যাত আপোনালোক কম। শ্ৰীপুৰ দেৱালয়ৰ মাটিও আপুনি ৰাখিব নোৱাৰিব। মোৰ পিতাক কেঁচু যেন পাই খুৱকৈ গচকি ৰং চালে। আৰু নহ'ব। দেখিছে এইখন?' চন্দ্ৰনাথে কাপোৰৰ মেৰ গুচাই বলিকটা দাখন দাঙি ধৰি ক'লে, 'ই কি কৰে জানে? নিৰীহ ম'হ-ছাগলী-পাৰ বলি দিয়ে। যদি সোনকালে কিবা এটা নকৰে, ইয়াৰ দ্বাৰা মানুহৰূপী পশু এটাক টুকুৰা-টুকুৰ কৰা হ'ব। মই আজিলৈ আহিলো।'

আৰামী চকীত ধপচকৈ বহি দিয়া কালিকাপ্ৰসাদলৈ ঘৃণাৰে লেহন কৰা দৃষ্টিৰে চাই লাহে লাহে জপনা পাৰ হ'ল চন্দ্ৰনাথ।

# # #

বসন্ত হালৈক এদিন কোনো আবুৰ নৰখাকৈয়ে সুধিলে চন্দ্ৰনাথে, 'দাদা, এইখন ঘৰ কলংকিত বুলি জানেই আপুনি। আপুনি বিপদে-আপদে সহায়ো কৰিছে আমাক। সেই ঋণ শোধ কৰিব নোৱাৰিম। আপোনাৰ সাহসক মই প্ৰশংসা কৰো। জিনী বাইদেৱেও কৰে। আপুনি বাৰু অৱন্তী বাইদেউক পছন্দ কৰে নেকি? আপোনালোক দুয়োজনে নানান কথা পাতে। তাকে দেখিহে সুধিছো। বাইদেউক বিয়া কৰোৱাৰ সাহস হ'বনে আপোনাৰ? এই বিষয়ে কিবা ভাবিছে নেকি?'

অকপটে উত্তৰ দিলে বসন্তই, 'অৱন্তীক মই সুধিছো। তেওঁ কিছুদিন ৰ'ব লাগে বুলি কৈছে। দামিনী বাইদেউৰ কাৰণে তেওঁ চিন্তা কৰি আছে। তুমি চিন্তা নকৰিবা বাপু; অৱন্তীক মই বিয়া কৰাম। তাৰ বাবে মই আনকি মোৰ ঘৰখনকো সাজু কৰি পেলাইছো। এতিয়া কাৰো আপত্তি নাই। বৰং মোৰ বিধবা আই আৰু ভনী দুজনী সুখীহে। তেওঁলোকেতো মোক পলম নকৰিবলৈকে কৈছে। তুমি মাত্ৰ মেট্ৰিকটো ভালকৈ দিয়া। পৰীক্ষা পালেহিয়েই। সংসাৰৰ দুশ্চিন্তাবোৰ নাথাকিলে জিনীয়ে মেট্ৰিকত পঞ্জিচনেই পালেহেঁতেন। মাত্ৰ চাৰিটা নম্বৰৰ বাবেহে দশম স্থান নাপালে।

তেওঁৰো আই-এ পৰীক্ষা পালেহিয়েই। প্ৰাইভেটকৈ পৰীক্ষা দিয়াৰ লেঠা বহুত। সকলো পিতাপ-পত্ৰ মই যোগাৰো কৰি দিব পৰা নাই।'

চন্দ্ৰনাথ সুখী হ'ল। বসন্তৰ জোনাকৰ দৰে স্নিগ্ধ নিৰুপম স্পষ্ট মনটোৰ অকপট প্ৰকাশে তাক সন্তুষ্ট কৰিলে। সি আৰু এটা পৰামৰ্শ বিচাৰিলে, 'জেঠাই মাটি নিদিলে। নিদিবও। শুনিছো তেওঁ সকলোখিনি মাটিতেই নিজৰ নামজাৰি কৰিছে। অধ্যাপক খুৰাৰ মাটিখিনিকো বাদ দিয়া নাই। খুৰাতো আহো বুলি কৈ নাহিলেই। কি কৰা ভাল হ'ব কওক।'

'ভাবি চাও। নলবাৰীৰ এছ্-ডি-চিৰ অফিচৰ কাননগোহ্ এজনৰ লগত মোৰ চিনাকি আছে। তেওঁকো সুধি চাও। হয়তো এই নামজাৰিৰ বিৰুদ্ধে আপত্তিৰ দৰ্খাস্ত এখন দিব লাগিব। তোমাৰ জেঠাৰো তেজ পৰি আহিছে। সিদিনা দেৱালয়ত মিটিং হৈ গ'ল। পৰিচালনা সমিতিৰ সভাপতি পদৰ পৰা তেওঁক আঁতৰোৱাৰ সিদ্ধান্ত হৈছে। প্ৰস্তাৱো গ্ৰহণ কৰিছে সৰ্বসন্মতভাৱে। তুমি বোধহয় নাজানা— তোমাৰ জেঠাই পযেকত এবাৰকৈ গুৱাহাটীৰ ডি-চিৰ অফিচলৈ এই কামতে দৌৰা-দৌৰি কৰিছে। ডি-চি গণেশ ফুকনৰ প্ৰশ্ৰয়হে পোৱা নাই।'

সেই নিশা অনাবিল আনন্দত টোপনি গ'ল চন্দ্ৰনাথ। ভাত খোৱাৰ সময়ত সি বাৰে বাৰে কেৰাহিকৈ চাইছিল অৱন্তীৰ চকুলৈ।

কালিকাপ্ৰসাদে যে তেনে এটা কাম কৰিব চন্দ্ৰনাথৰ পূৰ্ব ধাৰণা আছিলেই। তাৰ মন বৰ বেয়া হৈ আহিছিল। জ্বৰত আক্ৰান্ত হোৱা কাৰণে প্ৰোজ্জ্বয়িনীয়ে আই-এ পৰীক্ষাৰ দুখন পেপাৰৰ পৰীক্ষা দিব নোৱাৰিলে। সান্নিপাত জ্বৰ। অৱন্তী, বসন্ত আৰু জিনী কেইদিনমানৰ বাবে নলবাৰীৰ গোপাল বজাৰৰ এঘৰ গুণী মানুহৰ বদান্য আশ্ৰয়ত আছিল পৰীক্ষাৰ দিনকেইটা। অৱন্তী আছিল ৰন্ধা-বঢ়াত সহায় কৰাৰ বাবে। বহু চিকিৎসাৰ মূৰত জিনীৰ জ্বৰ কমিল, কিন্তু হাতাশাই তাইক জৰাগ্ৰস্ত যেন কৰি পেলালে। ভ্ৰম বকা অৱস্থাতো তাই পৰীক্ষা হললৈ দৌৰিছিল। বসন্তই টানি-টুনিহে তাইক ওভোতাই আনিলে।

চন্দ্ৰনাথৰ ফাইনেল পৰীক্ষালৈ আৰু কেইটামান দিন বাকী। তেনেতে এদিন আবেলি গাঁওৰে লম্বোদৰে পদূলিমুখৰ পৰা চিঞৰি চন্দ্ৰনাথক খবৰ দিলে— আবেলি জগন্নাথ গোসাঁইঘৰৰ চোতালত মিটিং হ'ব। সি যাব লাগে।

কিহৰ মিটিং?

লম্বোদৰে ক'লে— সি একো নাজানে।

'হ'ব' বুলি ক'লে চন্দ্রনাথে। সমাজৰ কোনো অনুষ্ঠানলৈ সিহঁতক মতা নহয়। কাৰণ তাৰ দেউতাক হেনো নৰবধী তান্ত্রিক বামাচাৰী আছিল। বহু মানুহৰ তেওঁ কুমন্ত্রৰ বলত তেজ শুহিছে। এই মিছা অপবাদ লৈয়েই তেওঁ দেহ ৰাখিলে।

আবেলি মিটিঙলৈ যাবলৈ সাজু হৈছে চন্দ্রনাথ। ঘৰত কেৱল বায়েক দামিনী আৰু সি।পঢ়া এৰি মিটিঙলৈ যাবলৈ তাৰ সমূলি ইচ্ছা নাছিল। কিন্তু সি এক ৰহস্যৰ আকর্ষণ অনুভৱ কৰিছিল মিটিংখনৰ বাবে। ঘৰ এৰি সি বৰ এটা বাহিৰলৈ নোলাইছিলেই। গাঁওৰ কাৰো ঘৰলৈও নগৈছিল। তাৰ কোনো বন্ধু নাছিল। কেতিয়াবা কেতিয়াবা অৱশ্যে জোনাক ৰাতি পাগলাদিয়াৰ সাঁকোত বহি বহমান নদীত জিলিকি উঠা জোন আৰু জোনাকলৈ চাই থাকিছিল ঘণ্টাৰ পিছত ঘণ্টা।

হঠাৎ সি পদূলিত কেবাজন মানুহৰ একত্রিত কণ্ঠ শুনা পালে।

পিছবাৰীৰ পৰা দামিনী দৌৰি আহি তাক টানি নিলে পৰিত্যক্ত গোহালিত থকা খেৰৰ দ'মটোলৈ। গাত খেৰ জাপি দিলে।

'খবৰদাৰ, ওলাই নাহিবি। ৰণাকুছিৰ সেই গুণ্ডাটো আহিছে। লগত আৰু বহু মানুহ।' দামিনীয়ে তাক সাৱধান কৰি দিলে।

'মোৰ মিটিং আছে।' চন্দ্রনাথে চিঞৰি চিঞৰি কোৱাৰ আগতে চাদৰৰ আঁচলেৰে তাই তাৰ মুখত সোপা দি ক'লে, 'মিটিং ডাঙৰ নে জীৱন ডাঙৰ? মনে মনে পৰি থাক।'

ইতিমধ্যে আঠ-দহজন ডেকা ল'ৰা সোমাই আহি চোতাল পালেহিয়েই।

সেই ডঢ়ীয়া গুণ্ডাটোৱে চিঞৰিলে, 'ঘৰত কোন আছ ওলাই আহ। আজি মোৰ টকা নাপালে ছোৱালীক নঙঠা কৰিহে যাম।'

চন্দ্রনাথৰ তেজ উতলিছে। হায়, হায়, বায়েকে তাক ক'ত এৰি থৈ গ'ল? কি কৰে সি এতিয়া?

অলপ দূৰতে নামঘৰ, গোসাঁইঘৰ। তাৰে চোতালত দুই-চাৰিজনকৈ মানুহ আহি ঢাৰিত বহিছে। দুজনমানে থিয় দি বিড়ি হুপিবলৈ লৈছে।

দামিনী ওলাই আহিল।

তাইক দেখি প্রবীণ নামৰ গুণ্ডাজনে অট্টহাস্য কৰিলে, 'অ' আই তিলোত্তমা ওলাই আহিল! কিন্তু ৰম্ভা আৰু উর্বশীক দেখা নাই যে। আৰু সেই কাৰে-টিলিকাটো? কি যেন নাম আছিল? চন্দ্রনাথ নে ফন্দ্রনাথ? ক'ত সেইটো? আজি মই

শুদাহাতে ঘুৰি যোৱাত নাই। টকা নিম আৰু কিবাকিবি নিম।'

লগৰবোৰে জল্লাদৰ দৰে হাঁহিবলৈ ধৰিলে।

হাঃ হাঃ হাঃ হাঃ হাঃ....

দামিনীয়ে হাতৰ চুৰিযোৰ সোলোকাই প্ৰবীণৰ হাতত তুলি দিলে, 'ঘৰখনত এয়ে সম্পত্তি, তাকেই লৈ যাওক।'

খপ্‌কৈ হাতখনত থাপ মাৰি ধৰিলে প্ৰবীণে। তাৰ পিছত গাৰ ওচৰলৈ টনাৰ চেষ্টা কৰিলে।

'এৰি দে, এৰি দে, নহ'লে মই চিঞৰিম।' দামিনীয়ে ক্ষীণ দেহটোৰ সমস্ত শক্তিৰে নিজকে এৰুৱাবলৈ চেষ্টা কৰিলে। টনা-আঁজোৰাত বুকুৰ পৰা চাদৰৰ আঁচল খহি পৰিল। প্ৰবীণে তাইৰ স্তন দুটাত চেপি ধৰিলে। গগণফলা চিঞৰৰ এটা মাৰি তাই চোতালত ঢাচ্‌কৈ পৰি গ'ল উবুৰি খাই।

তাইৰ চিঞৰ শুনিলে গোসাঁইঘৰৰ চোতালত সমবেত হোৱা সকলো মুনিহে। কিন্তু কোনেও উকি এটাও নামাৰিলে। সহায়ৰ বাবে দৌৰি অহাতো দূৰৰে কথা।

আৰু নৰ'ল চন্দ্ৰনাথ। তাঁতশালৰ গৰকা খুলি লৈ সি সৰ্বশক্তিৰে কোবাই গ'ল সাত-আঠজন মানুহক। সিহঁত ফৰিং ছিটিকাদি পলাল। কিন্তু প্ৰবীণক সি আজি ৰেহাই নিদিয়ে। বগৰাই বগৰাই কোবাই কোবাই তাক পদূলিৰ আস্তিয়াৰ খালত বগৰাই দিলে আৰু সি উঠাৰ আগতে বলি কটা দাখন অনা মুহূৰ্ততে দামিনীয়ে তাক ভৰিত সাবটি বাধা দিলে, 'অ' বাপু, কি কৰ, কি কৰ? নৰবধী হব কিয়?'

সি খন্তেক ৰ'ল। তাৰ অসম্ভৱ ভাগৰ লাগিছে, ফোঁপাইছে। সেই সুযোগতে প্ৰবীণ পলাল।

ক'ৰ মিটিং ক'লৈ গ'ল চন্দ্ৰনাথে আৰু একো ক'ব নোৱাৰে। খবৰ পাই কৈৱৰ্ত গাঁও ভাগি আহিল। তিনি-চাৰিশ মানুহে হাতে হাতে লাঠি-বল্লম লৈ ৰণাকুছীয়া অসুৰ নিধনত চাৰিওদিশ চলাথ কৰিলে। শেষত এই মানুহখিনিৰ ক্ৰোধ হ'ল গোঁসাইঘৰৰ চোতালত হাঁহি-খিকিন্দালি কৰি চন্দ্ৰনাথৰ ঘৰক জুই-পানী নিলগ কৰাৰ ষড়যন্ত্ৰত মত্ত মানুহখিনিৰ ওপৰত। গাঁওৰ এঘৰৰ এনে এক ভয়াবহ বিপদত আন গাঁওৰ পৰা অহা মানুহে হাম্‌লা কৰি গ'ল আৰু এই কেলপনীয়া মেৰুদণ্ডহীন কেইটাই তিৰোতাৰ দৰে চাই থাকিল। দুখে পুতি পেলোৱা ঘৰ এখনক কালিকাৰ মন্ত্ৰণাত জুই-পানী নিলগ কৰাৰ মিটিং পাতি বিড়ি হুপি হুপি অশ্লীল কথাৰ সেলেণ্ডি বোৱাইছে! নিৰ্দয়, নিষ্ঠুৰ, অমানুহ, পাষণ্ড।

কৈবৰ্তপাৰাৰ গিৰীশ পাঠক আছিল উগ্ৰ ধৰণৰ। তাক পাৰাটোৰ সকলোৱে নেতা বুলি মানে। পালোৱান যুৱক। সি লগৰ মানুহজাকৰ মাজত ৰণ-শিঙা ফুঁৱাই দিলে, 'হেৰৌ ধক্‌ৱাহঁত! (স্থানীয় শব্দ) কি চাই আছ হেৰে'? (স্থানীয় শব্দ) চালা, ইহঁত কেইটাকহে আগতে গৰু কোবাবাদি কোবাব লাগে। কাম নাই, কাজ নাই, কেৱল লোকৰ বাবে হুল চঁচা, কাৰ ফুল-চুৰি হ'ল তাৰে পোকৰত লগা, কাক কেইসেৰ তেল দণ্ড বিধান কৰিব লাগে তাৰে হিছাপ আৰু ইহঁত মহেশ্বৰ, ৰামচৰণ— বেটাহঁত কালিকাৰ ভৰি চেলেকা— দে ইহঁতক দুচাট—।'

গিৰীশৰ কথা শেষ হ'ল কি নহ'ল— যেন কাউৰীৰ বাহতহে জুই লাগিল, গোসাঁইঘৰৰ চোতাল ৰণক্ষেত্ৰ কুৰুক্ষেত্ৰত পৰিণত হ'ল। কোনে কাক কোবালে, ক'ৰ ঢাৰি ক'ত পৰিল, ক'ৰ চিলিম ক'ত চূৰ্ণীকৃত হ'ল, কোনে আটাহপাৰি মন্দিৰৰ পিছৰ বাঁহনিৰ মাজেৰে পাগলাদিয়া পাৰ হৈ পলাল— তাৰ আৰু হিছাপ নাই। তেনেতে সাঁজ লাগিল। মৃতকৰ ঘৰত শৱ-সংকাৰৰ পিছত যেনেকুৱা নীৰৱতাৰ ৰাজত্ব চলে, অৱন্তীপুৰ, কৈবৰ্তপাৰা আৰু শ্ৰীপুৰকো তেনে নিস্তব্ধতাই গ্ৰাস কৰিলে। যেন কাল-গ্ৰহণ লাগিছে। ৰাস্তাত এটাও মানুহ-দুনুহ নাই। ভুকি ভুকি এসময়ত কুকুৰবোৰো শান্ত হৈ গ'ল।

চন্দ্ৰনাথক টোপনিয়ে হেঁচি ধৰিছিল। সি ক'লে, 'বাইদেউ, মই আজি শোওঁ। পঢ়াৰ মন নাই, ভাতো নাখাওঁ।'

দামিনী বিশ্ৰস্তা; পাষণ্ডটোৱে স্তন দুটাত সৰ্বশক্তিৰে টিপি দিছিল। বুকুত অসম্ভৱ বিষ। উশাহ লওঁতে কষ্ট হৈছে। তথাপি তাই ক'লে, 'চৰুত দিনৰ ভাত আৰু কোমোৰাৰ তৰকাৰী আছে। তাকে দিওঁ। অলপ খা।'

'নাই, নালাগে।'

চন্দ্ৰনাথৰ চকু দুটা মুদ খাই আহিল। ভয়াবহ দুঃস্বপ্নৰ দৰে দিনটো পাৰ হৈ গ'ল। শৰীৰৰ গাঁঠিয়ে গাঁঠিয়ে বিষ আৰু যন্ত্ৰণা। সি আৰু একো চিন্তা কৰিব নোৱাৰা হৈছে। ক'ৰ পানী ক'লৈকে যে বৈ গ'ল।

শশীখুৰা আৰু গিৰীশ পাঠকৰ দলৰ কেইজনমান বহু ৰাতিলৈকে থাকিল দামিনীৰ ওচৰত। পাঠকৰ খং জামৰা নাই। কপালৰ সিৰা মাজে মাজে কঁপি আছে। চকুদুটা যেন জ্বলন্ত আঙঠা। গৰ্জি আছে— 'চালা, অন্ততঃ এটা মানক বাগৰাব পাৰিব লাগিছিল। সব চালা মেখেলা পিন্ধা মতা। চোৰৰ দৰে পলাল। আৰু যদি ভৱিষ্যতে এনেকুৱা কৰে, তোমাক কথা দিলো বাইদেউ, আমি ইয়াৰ এটা হেস্ত-নেস্ত কৰিহে এৰিম। আমি অকলশৰীয়া নহওঁ। শ্ৰীপুৰীয়াসকলো আমাৰ লগত আছে। তুমি একো

চিন্তা নকৰিবা বাইদেউ। ৰাতি হ'ল। নদীৰ পাৰৰ গোবিন্দহঁতে ৰাতি ৰাস্তাত পহৰা দিব।'

মাজৰাতিমান হোৱাৰ পিছত শশীখুৰাহঁত গ'ল।

সেই ৰাতি দামিনী ঘৰৰ পৰা নোহোৱা হ'ল।

নাই নে নাই, একো শুংসূত্ৰও নাই।

হাঁহাকাৰৰ ধ্বনিত আনকি ফাটি গ'ল যেন শস্যৰ ছেঁই। চন্দ্ৰনাথ হৈ পৰিল জলাতংকগ্ৰস্ত পাগলৰ দৰে। হাতত দা-খন। নিংনা দাৱালে পিতাকক দিয়া পুৰণি বলিকটা দা। দিহা-দিহি কৈবৰ্তপাৰা আৰু শ্ৰীপুৰৰ মানুহ গ'ল দামিনীক বিচাৰি। বিহাৰী চ'কৰ পৰা শিয়ালমাৰীৰ মূৰলৈকে মৰা পাগলাদিয়াৰ পানী ঘোদালিলে এমখা মানুহে। কুৰত পেলাই ৰখা গছৰ ডাল, বাঁহৰ আগলি গুচাই চালে। পানীত জাপ দিলে শটো তেনে ঠাইতো বজি থাকিব পাৰে। নাই, ক'তো নাই। বাৰী, বস্তি, গোপচাৰ, নাথপাৰাৰ শ্মশানত থকা শিমলুৰ জংঘল— সকলোতে দুই-তিনিশ মানুহে দামিনীক বিচাৰিলে।

ৰণাকুছিলৈ গৈ প্ৰবীণক বিচাৰিলে বিৰাট দল এটাই। প্ৰবীণৰ মাক-দেউতাকে ভয়ত কঁপি কঁপি জনতাৰ সন্মুখত দীঘল দি পৰি জনালে যে আগদিনাৰ পৰা ল'ৰা ঘৰত নাই। কিন্তু মানুহে বিশ্বাস নকৰিলে। খঙৰ ভমকত কোনোবা এজনে ঘৰৰ কাষত থকা খেৰৰ দ'মত জুই জ্বলাই দিলে। চন্দ্ৰনাথে ৰাম দা জোকাৰি জোকাৰি অট্টাহস্য কৰিলে— 'তোৰ পুতেৰক আনি হাজিৰ কৰি দে। নহ'লে তোকো, তহঁতকো কাটি টুকুৰা-টুকুৰ কৰিম। কোনো সাৰিব নোৱাৰিবি।'

ৰণাকুছিৰ কুৰিঘৰ মানুহৰ ঘৰত এটাও ডেকা ল'ৰা নোহোৱা হ'ল। সকলোৱে প্ৰাণৰ আত্ৰাণিত পলাই পত্ৰং দিলে।

চাৰিওফালে কেৱল চিঞৰ।

ত্ৰাসিত মানুহ যেনি-তেনি পলাইছে।

কালিকাপ্ৰসাদে থানাৰ দাৰোগালৈ সকলো লিখি চিঠি এখন দি পঠাইছিল ৰামচৰণৰ হাতত। তাত দামিনীৰ কথাহে লিখা হোৱা নাছিল। দাৰোগাক অনুৰোধ কৰা হৈছিল যাতে চিপাহী পঠিয়াই হ'লেও চন্দ্ৰনাথ, গিৰীশ আৰু শশী ৰাজবংশীক গ্ৰেপ্তাৰ কৰে। অৰ্থৰ ব্যৱস্থা তেওঁ কৰিব। তেনে নকৰিলে তিনিখন গাঁও জ্বলিবলৈ বেছি সময় নালাগিব। মাজৰাতি তেওঁ থাকিব শ্ৰীপুৰ দেৱালয়ত। মহামায়াৰ চৰণত মানুহৰ কল্যাণৰ হকে তেওঁ ছাগলী এটা বলি দিব। তাতে যেন দাৰোগাই তেওঁক দেখা কৰে। ৰাতি তেওঁৰ ঘৰতে দাৰোগাই এসাঁজ খাব। ভোগৰ ভাত।

'তই দি আহিব পাৰিবিতো?' ৰামচৰণক সুধিলে কালিকাপ্ৰসাদে।

'পাৰিম প্ৰভু। নোৱাৰিম কিয়? আগতে আপোনাৰ এনে চিঠি কতবাৰ নি দাৰোগাক দি থৈ আহিছো। আপোনাৰ পুখুৰীৰ মাছ পৰ্যন্ত দি অহা নাই জানো?'

'আহিছ, কিন্তু এইবাৰৰ কথা বেলেগ', উদ্বেগমিশ্ৰিত চিন্তাৰে কালিকাপ্ৰসাদে ক'লে, 'সাৱধানে যাবি। যেন কাউৰী-কুকুৰেও ভু নাপায়। বুজিছ? ব্ৰহ্মপুৰাতে যাবি।'

'হ'ব প্ৰভু, মোক দায়িত্ব দিছে যেতিয়া আখৰে-আখৰে পালন কৰিম। পুৱা এনে কাম ঠিক নহ'ব। মই বৰং কাইলৈ ফুট গধূলিতে যাম। পৰহিলৈ অমাৱস্যা। আন্ধাৰত কোনেও মোক নিচিনিব।'

'হ'ব, যা এতিয়া। পূজাৰ যোগাৰত লাগগৈ।'

কিন্তু বিপৰ্যয় আৰু পতনৰ ইতিহাস লিখিবলৈ সময়ে বোধহয় কাপ-মৈলাম হাতৰ কাষতে মজুত ৰাখে। এতেকে সময়ে সহস্ৰ চকুৰ দৃষ্টিৰে তীক্ষ্ণ নজৰ ৰাখে চতুৰ্দিশে। সেয়ে গিৰীশ পাঠকেও তৌমাৰীৰ কৰচ গছত পহৰাদাৰ হিছাপে ৰাখে শ্ৰীপুৰীয়া মন, উদ্ধৱ আৰু মহাদেৱক। এই তিনিজন গুৰু-গোসাঁই নমনা যক্ষৰ দৰে। গিৰীশ পাঠকে সন্দেহ কৰিছিল যে যিকোনো মুহূৰ্ততে সিহঁতৰ ওপৰত প্ৰতি-আক্ৰমণ হ'ব পাৰে। এতেকে সাৱধানৰ বিনাশ নাই। চৰ নাৰাখিলে আগতীয়া খবৰ পোৱা নাযাব। মানুহৰ আহ-যাহৰ পথ সেই একেটাই। যি ৰাস্তাৰে নাযাওক, শেষত টাউনলৈ যাবলৈ হ'লে এই কৰচ গছৰ তলেৰে বাট নোপোনালে গত্যন্তৰ নাই।

'সেইটো কোন?'

কৰচ গছৰ তল পাই ভূতৰ মুখৰ কথা বুলি ভাবি দিলে দৌৰ ৰামচৰণে। কিন্তু কেনেকৈ সাৰে মনুহঁতৰ পৰা? সিহঁত তিনিটাই মুখত ছাই আৰু চূণ সানিছে। আন্ধাৰততো দূৰৰ কথা, পোহৰত চিনাও টান।

'আমি ভূত। তোৰ নাম ৰামচৰণ?'

'হয় দেৱতাসকল।' বেঙেমুতা গৰুৰ দৰে কঁপি আছে কালিকাপ্ৰসাদৰ দূত।

'সঁচা কথা ক, এই গধূলি ক'লৈ যাব?'

'থানালৈ, মোৰ ঈশ্বৰ। মোক নামাৰিব। দুখীয়া মানুহ।'

'দুখীয়া মানুহৰ আকৌ থানাৰ লগত কি কাৰবাৰ?'

'দেৱতাসকল, মই কালিকা দেউৰ চিঠি লৈ আহিছো দাৰোগাক দিবলৈ। গোপনে দিবলৈ কৈছিল।'

ভূত তিনিটাই ফুচ্‌ফুচাই কিবা কথা পাতি ল'লে। তাৰ পিছত হাঁহিবলৈ ধৰিলে। ৰামচৰণে বুজিলে আজি তাৰ নিস্তাৰ নাই। বাৰগোপাল পালে। জীউ যোৱাটো নিশ্চিত।

'আমি তোক চোবাই চোবাই খাম।'

'মোক নামাৰিব প্ৰভুসকল, দেৱতাসকল।' ৰামচৰণে কান্দিবলৈ ধৰিলে।

কোনোবা আহে বুলি ভয় কৰি ত্ৰি-ভূতে ক'লে, 'তোক তেনেহ'লে মাৰিব নালাগে?'

'নালাগে মোৰ দেৱতাসকল।'

'তেনেহ'লে চিঠিখন দি যা। দুদিনমান ক'ৰবাত দূৰৰ গাঁওত লুকাই থাকিবি। অৱশ্যে আমি তোক তিনি কিল মাৰিম। তাতে অৱশ্যে তই নমৰ। মাত্ৰ দৌৰিব পৰা হ'বি।'

ৰামচৰণৰ ওপৰত মহাদেৱৰ আক্ৰোশ বেছি। তাক এবাৰ ছাগলী চোৰৰ বদনাম দিছিল । সি প্ৰথমে ৰামচৰণৰ মুখত দিলে কোৱাৰি ফাটি যোৱা ঘোচা— 'কাকো এই কথা নকবি।' তাৰ জীউ যাও যাও অৱস্থা।

উদ্ধৱ আৰু মনুই তপিনা আৰু ভৰিত দিলে দুই লাথি। আই ঐ, বোপাই ঐ বুলি ৰামচৰণে প্ৰাণৰ মায়াত মনু ভূতৰ হাতত চিঠি দি প্ৰাণটাকি দৌৰিবলৈ ধৰিলে।

প্ৰোজ্জ্বয়িনী, বসন্ত আৰু অৱন্তী সেইৰাতি ঘৰ পালেহি। আকৌ গগণফলা চিঞৰত ভৈৰৱপ্ৰসাদৰ ভেটি-মাটি মুহুৰ্মুহুঃ কঁপি উঠিল। চন্দ্ৰনাথৰ অৱস্থা দেখি প্ৰত্যেকৰে বুকু শিল হৈ গৈছে। দামিনী কেনেকৈ ক'ত হেৰাই গ'ল তাকে ভাবি ভাবি বসন্ত হ'ল জঠৰ। অৱন্তীৰ গাত চেতনা নাই। কৈৱৰ্তপাৰৰ নাথু, মন্মিলহঁতৰ জীয়াৰী-বোৱাৰীয়ে প্ৰত্যেককে সেৱা-শুশ্ৰূষা কৰিছে। গোটেই ঘৰত শ্ৰীপুৰ আৰু কৈৱৰ্তপাৰাৰ মানুহ। কিন্তু অৱন্তীপুৰৰ মাখি এটাও নাই। কোনো এজনো অহা নাই মাত এষাৰ দিবলৈ। বসন্তই নিজকে ক'লে— অমানুহৰ পৃথিৱীৰ এখন তালিকা কৰিবলৈ দিলে সি প্ৰথমেই লিখিব অৱন্তীপুৰৰ মানুহবোৰৰ নাম আৰু প্ৰথমজন মানুহৰ নাম লিখিব— কালিকাপ্ৰসাদ।

পিছদিনা সি প্ৰোজ্জ্বয়িনীক ক'লে— ইয়াত কোনো নিৰাপদ নহয়। মুহূৰ্ততে যিকোনো অভাবনীয় ঘটনা ঘটি যাব পৰে। চন্দ্ৰনাথক আঁতৰাই নিয়া ভাল। কাইলৈ পুৱা উজনিৰ ৰে'লত আমি আটাইবোৰই গুচি যাম গুৱাহাটীৰ ফালে। মই আৰু

অৱন্তী যাম তোমালোকৰ পাছে পাছে। তোমালোক অৰ্থাৎ তুমি আৰু চন্দ্ৰনাথ যাবা কিছু সময় আগত। ষ্টেচনত লগালগি হ'ম। কিছু পইছা-পাতি যোগাৰ কৰিম আজি ৰাতিৰ ভিতৰতে। এই ভেটিৰ মোহ ত্যাগ কৰিব লাগিব। ইতিমধ্যে ছুটীৰ দৰ্খাস্ত কৰিম। পিছত স্কুলৰ ট্ৰেন্সফাৰ কৰি লম। তুমি মেট্ৰিকৰ চাৰ্টিফিকেটখিনি লগত ৰাখিবা। কামত আহিব। গুৱাহাটীত নিশ্চয় চাকৰি এটাৰ ব্যৱস্থা হ'ব। চন্দ্ৰনাথক বচোৱাৰ আৰু অন্য কোনো পথ নাই। নহ'লে সি যি কোনো মুহূৰ্ত্তে অঘটন ঘটাব পাৰে। আনকি জেঠাকক কাটি পেলাবও পাৰে।'

প্ৰোজ্জ্বয়িনী সন্মত হ'ল।

বাধা আহিল চন্দ্ৰনাথৰ পৰা— 'এনেকৈ কিয় পলাম? মৰিলেও কাপুৰুষৰ দৰে নমৰো। মই নাযাও। তোমালোক যোৱা।'

বসন্ত আৰু প্ৰোজ্জ্বয়িনীয়ে চন্দ্ৰনাথক বুজালে যে যুদ্ধ কৰাৰ বাবেও এখন প্ৰস্তুতি-ক্ষেত্ৰৰ প্ৰয়োজন। শৰীৰৰ শক্তিৰে যুদ্ধ কৰি জয়ৰ সপোন দেখাতকৈ, বিদ্যা-বুদ্ধি-জ্ঞানৰদ্বাৰা অৰ্জিত মানসিক শক্তিৰেহে এনে শত্ৰুৰ বিৰুদ্ধে যুঁজিব পাৰিলে সপোন বাস্তৱত ৰূপায়িত হ'ব।

অৱশেষত চন্দ্ৰনাথ যাবলৈ মান্তি হ'ল।

সেই ৰাতিয়েই শ্ৰীপুৰ দেৱালয়ৰ পৰা দুজন পাইকৰ লগত পূজাৰ পিছত ৰক্তবৰ্ণাম্বৰ ৰক্ততিলকধাৰী হৰ্ষোল্লাসিত কালিকাপ্ৰসাদৰ প্ৰত্যাবৰ্তন স্তব্ধ হ'ল। মাত্ৰ আঃ বুলি শব্দ এটা উচ্চাৰণ কৰাৰ বাহিৰে পৃথিৱী আৰু ভৱিষ্যতক দিবলৈ আৰু কোনো শব্দ নাথাকিল। একেটা কোবতে মূৰ দফাল হৈ গ'ল। কাষত পৰি ৰ'ল আহত পাইক দুজন।

ষ্টেচনৰ প্লেটফৰ্মত ভৰি দিয়াৰ লগে লগে চাৰিজন চিপাহীয়ে বেৰি ধৰিলে চন্দ্ৰনাথ আৰু প্ৰোজ্জ্বয়িনীক। লগে লগে বিনাবাক্যব্যয়ে চন্দ্ৰনাথৰ হাতত হাত-কেৰেয়া লগাই দি লাঠিৰে কোবাই কোবাই টানি লৈ গ'ল।

'যা, তাক লক-আপত ভৰাই থ। এইজনীক মই চাম। কাল-নাগিনী ওলাইছে। মই কি বশীকৰণ মন্ত্ৰ নাজানো? হাঃ হাঃ হাঃ।' পিতল চকুৰা দাৰোগাই খপ্‌কৈ প্ৰোজ্জ্বয়িনীৰ হাতত ধৰিলে।

'মোৰ নাম ৰুদ্ৰনাথ দাৰোগা, ৰুদ্ৰনাথ। মোৰ নামো ৰুদ্ৰ, কামো ৰুদ্ৰ। বুঢ়াৰ হাতত চেঙেলি পৰিছ আজি।'

মাত্ৰ এটা মুহূৰ্ত্ত।

চেমিজৰ পিনটো মুহূৰ্ততে খুলি প্ৰোজ্জয়িনীয়ে ৰুদ্ৰনাথ দাৰোগাৰ চকু ফুটাই দিলে। প্লেটফৰ্মত মাত্ৰ দুই চাৰিজন মানুহ আছিল। ৰুদ্ৰনাথ দাৰোগাই অসহ্য বিষত ৰ'ব নোৱাৰি চকুলৈ দুহাত নিয়া মুহূৰ্ততেই প্ৰোজ্জ্বয়িনী অদৃশ্য হ'ল। ভয়ত মানুহ কেইজনে ফৰিং ছিটিকা দিলে।

চন্দ্ৰনাথৰ জেল হ'ল।

চন্দ্ৰনাথে কালিকাপ্ৰসাদক হত্যা কৰিছে।

বসন্তই বহু চেষ্টা কৰিও এই শাস্তিৰ পৰা চন্দ্ৰনাথক মুক্ত কৰিব নোৱাৰিলে।

ৰে'ল গৈ আছে।

কোনো মানুহেই নাজানে ভৱিষ্যৎ কিমান অনিশ্চিত হ'ব পাৰে।

কোনো মানুহেই নাজানে এক মুহূৰ্ত পিছতে কি ঘটিব পাৰে।

এই কাহিনী যিয়ে লিখিছে, তেৰোঁ নাজানে চন্দ্ৰনাথৰ ভৱিষ্যৎ কি। এই কালেও নাজানে কিয় সি বহমান।

চন্দ্ৰনাথে নাজানে।

এই মুহূৰ্তত সি গৈ আছে মাত্ৰ।

তাৰ লগে লগে গৈ আছে তাৰ সত্তাৰ ভিতৰৰ অহং নাম্নী মানুহজন।

ৰে'ল গৈ আছে, চন্দ্ৰনাথ গৈ আছে...

ইয়াৰ পিছত কি ঘটিব তাক মানুহে নজনাৰ দৰে সময়েও নাজানে। সময়ৰ অগ্ৰগমনৰ শব্দ মাথো নীৰৱতা। এই নীৰৱতাৰ কালৈকো ভ্ৰূক্ষেপ নাই। এই ভাবনাৰ মাজত চন্দ্ৰনাথে তাৰ ভিতৰৰ 'মই' জনক ক'লে, 'তই মাত্ৰ মানুহ হ'ব লাগিব, এনে এজন মানুহ যাৰ আছে দৃঢ় লক্ষ্য, সংগ্ৰামী অগ্ৰগামিতা আৰু সততাৰে উদ্দীপ্ত মনুষ্যনিৰ্ভৰ আদৰ্শ।'

□□□